১৩৪৩
A14+
45

# ভাষা, সমাজ, সাহিত্য

ডঃ উপেন্দ্ৰনাথ গোস্বামী
গুৱাহাটী বিশ্ববিদ্যালয়

মণি-মাণিক প্ৰকাশ
গুৱাহাটী--৭৮১০০১

*BHASHA, SAMAJ, SAHITYA*: A synthetic study of the language, society and literature of the people of Assam and Arunachal Pradesh by Dr. Upendranath Goswami, Reader in Assamese, Gauhati University and published by Sri P. K. Dutta, M. Sc., Mani-Manik Prakash, Panbazar, Gauhati—781001, in the year 1978.

---

**প্ৰকাশক ঃ**
শ্ৰীপঙ্কজ কুমাৰ দত্ত, এম. এছ.-ছি.
মণি-মাণিক প্ৰকাশ
পাণবজাৰ
গুৱাহাটী—৭৮১০০১

**প্ৰথম প্ৰকাশ ঃ ১৯৭৮ চন**

লেখকৰ দ্বাৰা সৰ্বস্বত্ব সংৰক্ষিত

**মূল্য ঃ ১২·০০ টকা**

**মুদ্ৰক ঃ**
শ্ৰীতিনকড়ি বাৰিক
অন্নু প্ৰেছ
৫১, ঝামাপুকুৰ লেন
কলিকতা—৭০০০০৯

## পুথিখনত আছে ঃ

অৰুণাচল আৰু অসমৰ কিছুমান ঠাই আৰু নৈৰ নামৰ আঁতিগুৰি, অসমীয়া ভাষাত পোৱা কিছুমান জনজাতীয় ভাষাৰ শব্দ, অৰুণাচলৰ বিৱিধ লোকৰ পৰিচয় ঃ মিচিমি, খামটি, চিংফৌ, গালং, মিঞং, আপাটানি, নিচিমিৰি আৰু নিচিসকল ; তেওঁলোকৰ সমাজ-ব্যৱস্থা, উৎসৱ-পৰ্ব, পূজা-পদ্ধতি ঃ ৰেহ, তামলাদু, ডেকা-চাং, গাভৰু-চাং, চাংকেন, মেই-কৌচুম-ফাই, কাবেয়া, কেবাং, মপিন, পনু, উনিঙ্, ম্যাক, মৰং, দ্ৰি, বুৰিবুত-উই-মদনে, ন্যকুম আদি ; জনজাতীয় আৰু আন লোকসকলৰ শৱ-সংকাৰ-পদ্ধতিৰ আলোচনা ; ভৈয়ামৰ দেউৰীসকল ঃ তেওঁলোকৰ পৰিচয়, আচাৰ-ব্যৱহাৰ, পূজা-উৎসৱ আৰু দেউৰী-চুতীয়া ভাষাৰ বৈজ্ঞানিক পদ্ধতিৰে কৰা বিশ্লেষণাত্মক বিৱৰণ ; অসমীয়া ভাষা আৰু জনজাতীয় ভাষা, অসমীয়া সমাজ আৰু জনজাতীয় সমাজ, অসমৰ জাতীয় উৎসৱ বিহু, অসমৰ সাহিত্যিক ঐতিহ্য, হিন্দী সাহিত্যত বিহঙ্গম দৃষ্টি, ভট্টদেৱৰ কথা-গীতা, পাঁচালী আৰু অসমীয়া পাঁচালী কবি, অতুলচন্দ্ৰ হাজৰিকাৰ ৰচনা-ভঙ্গী আদি আলোচনা আৰু এই আটাইবোৰৰ জৰিয়তে সমাজ আৰু সাহিত্যৰ সম্পৰ্ক বিচাৰ কৰি পোৱা পৰ্বত-ভৈয়ামৰ বিৱিধ জাতি-উপজাতিৰ সমন্বয়ত গঢ়ি উঠা এখন সুন্দৰ অসমীয়া সমাজৰ প্ৰতিচ্ছবি।

**কৃতজ্ঞতা স্বীকাৰ**

বহু বছৰ আগতে ডিব্রুগড়ত থকা সময়ত ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাৰ নিৰ্দেশক্ৰমে দেউৰী-চুতীয়া ভাষাৰ অধ্যয়নৰ কাম আৰম্ভ কৰা হৈছিল। তাৰ বাবে লক্ষীমপুৰ জিলাৰ শ্ৰীগণকচন্দ্ৰ দেউৰীৰ সহায়ত দেউৰী ভাষা সম্পৰ্কীয় অনুসন্ধানৰ লগতে দেউৰী গাওঁ কিছুমানলৈ গৈ তেওঁলোকৰ সমাজৰ বিভিন্ন দিশৰ বিষয়ে কিছু কথা জনাৰ সুবিধা হৈছিল। ডিব্রুগড়ৰ পৰা অহাৰ পাছত লক্ষীমপুৰ আৰু দৰং জিলাত বাস কৰা বাকী দেউৰী গাওঁ কিছুমানলৈও পুনৰ যোৱা হৈছিল আৰু তথ্য-পাতি সংগ্ৰহ কৰা হৈছিল। সেইবোৰ ভালদৰে চাই-চিতি আৰু দেউৰী ভাষা সম্পৰ্কীয় কথাখিনি শ্ৰীমুহিৰাম দেউৰীৰ লগত পুনৰ আলোচনা কৰি পুথিখনত সন্নিৱিষ্ট কৰা হ'ল। এইখিনিতে ডঃ বৰুৱাৰ নাম শ্ৰদ্ধাৰে সুঁৱৰিছোঁ। বিশ্ববিদ্যালয়লৈ অহাৰ পাছত ছাত্ৰ-ছাত্ৰীসকলৰ একোটা দলেৰে সৈতে শিক্ষামূলক ভ্ৰমণ সংক্ৰান্তত অৰুণাচলৰ তিনিটা বিভাগলৈ ( লোহিত, ছিয়াঙ্ আৰু সুবৰ্ণশিৰী ) যোৱাৰ সুবিধা হৈছিল। তেতিয়া সেই সেই অঞ্চলৰ জনসাধাৰণ আৰু দায়িত্বসম্পন্ন স্থানীয় লোকসকলৰ লগত আলোচনা-বিলোচনা কৰি তেওঁলোকৰ সামাজিক জীৱনৰ বহু কথা জানিব পৰা গৈছিল। বাতৰি-কাকত আৰু আলোচনীৰ পাতত সেইবোৰৰ কিছুমান প্ৰকাশিত হৈছিল যদিও একগোট হিছাপে পোৱাৰ সুবিধা হৈ উঠা নাছিল। ইপিনে অসমীয়া সাহিত্যৰ ইতিহাস আৰু অসমীয়া সাহিত্যৰ কেইটামান দিশৰ কেইটামান বিষয়ৰ ওপৰতো সময়ে সময়ে অলপ চিন্তা কৰি গতানুগতিক ভাৱধাৰাৰ পৰা আঁতৰি অলপ নতুন পোহৰ পোৱা যেন অনুভৱ হৈছিল। এই আটাইখিনি বিভিন্ন চিন্তাৰ সমলক এক গোট কৰি অসমীয়া ভাষা, সমাজ আৰু সাহিত্যৰ মাজেদি এখন সুসমন্বয়যুক্ত অসমীয়া সমাজৰ চিত্ৰৰ আভাস পুথি এখনত দাঙি ধৰিবলৈ বহু দিনৰ পৰা ভাবি থকা হৈছিল। মণি-মাণিক প্ৰকাশৰ শ্ৰীপঙ্কজকুমাৰ দত্তৰ অনুগ্ৰহত সি কাৰ্যত পৰিণত হ'ল। তাৰ বাবে শ্ৰীদত্ত আমাৰ আন্তৰিক কৃতজ্ঞতাৰ পাত্ৰ। ৰাইজৰ পৰাও পুথিখনে আদৰ পালে আমাৰ পৰিশ্ৰম সাৰ্থক হ'ব।

গুৱাহাটী
১৯৭৮ চন।

**শ্ৰীউপেন্দ্ৰনাথ গোস্বামী**

# ভাষা, সমাজ, সাহিত্য

## এক

## ভাষা আৰু সমাজ

অসমত আৰু অসমৰ ওচৰে-পাজৰে থকা পৰ্বত-ভৈয়ামৰ জনজাতীয় লোকসকলৰ বিৱিধ ভাষা আৰু সংস্কৃতিৰে সৈতে ভাল পৰিচয় অসমীয়া ভাষা আৰু সংস্কৃতিৰ আলোচনাৰ বাবে অপৰিহাৰ্য। দৰাছলতে অসমীয়া ভাষাটো পৰ্বত-ভৈয়াম সকলো লোকৰ উমৈহতীয়া সম্পত্তি। অসমৰ পৰ্বত আৰু ভৈয়ামৰ উপৰি অৰুণাচলৰ বিভিন্ন ভাষা-ভাষীসকলৰ মাজত পাৰস্পৰিক যোগাযোগৰ ভাষা হৈছে অসমীয়া। নগাৰাজ্যতো অসমীয়া ভাষাৰ মিশ্ৰিত ৰূপ এটাই সাৰ্বজনীন ভাষা। অসমীয়া সংস্কৃতিও সমন্বয়ৰ সংস্কৃতিহে। তাত কিমানবোৰ বিৱিধ সংস্কৃতিৰ উপাদান সানমিহলি হৈ আছে প্ৰকৃত অনুসন্ধানৰ পাছতহে কোৱাটো সম্ভৱ হ'ব। ইংৰাজসকলে অসম দেশ অধিকাৰ কৰাৰ আগতে পৰ্বত আৰু ভৈয়ামৰ মাজত বাসস্থানৰ পাৰ্থক্যৰ বাহিৰে সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰত সদায় সমিল-মিলৰ ভাৱ চলি আহিছিল। অসমৰ চাৰিওফালে থকা নগা, মিচিমি, চিংফৌ, আদি, নিচি, গাৰো, ভোট, খাছিয়া-জয়ন্তীয়া, কাৰ্বি আদি জনজাতিবোৰৰ লগত ৰাজনৈতিক সন্ধি-বিগ্ৰহ আদি হোৱাৰ উপৰিও মুকলীমূৰীয়াকৈ বৈৱাহিক সম্পৰ্ক সংঘটিত হৈছিল। আহোমসকলে বিভিন্ন জনজাতীয় লোকক নিজৰ খেলত তুলি লৈছিল, জনজাতীয়-সকলৰ কন্যা বিয়া কৰাইছিল, নিজৰ কন্যাও বিয়া দিছিল। বেহা-বেপাৰৰ ক্ষেত্ৰতো পৰ্বতীয়া জাতিবোৰৰ লগত ভৈয়ামৰ মানুহৰ বেহা-বেপাৰৰ দীঘলীয়া ইতিহাস আছে। "আজি-কালিৰ উত্তৰ-পূব-সীমান্ত-প্ৰশাসন ( অৰুণাচল ) ৰ সকলো জনজাতিৰ লগতে আহোম

ৰজাৰ সম্বন্ধ সৌহাৰ্দ্যপূৰ্ণ আছিল। ……ইংৰাজ অহাৰ সময়তো ১৮২৮ ছনত গমধৰ কোঁৱৰে আৰু ১৮৩০ ছনত পিয়লি ফুকনে বিদ্ৰোহ কৰোঁতে চিংফৌ গাম ৱাকুম্ কুংমিয়ে অস্ত্ৰ-শস্ত্ৰ আৰু সৈন্য-সামন্ত দি সহায় কৰিছিল।"[১] বৰ্তমান সময়তো অসমৰ ভৈয়ামবাসীসকলৰ প্ৰতি অৰুণাচলৰ জনসাধাৰণৰ আন্তৰিক প্ৰীতিভাৱ বিশেষভাৱে উল্লেখযোগ্য। কেইবছৰমান আগত অৰুণাচলৰ কেইটামান জনজাতিৰ সমাজ, ভাষা আৰু সংস্কৃতিৰ সামান্য পৰিচয় পোৱাৰ সুবিধা হৈছিল। ইতিমধ্যে তেওঁলোকৰ বিষয়ে আৰু কিছু আলোচনা ওলাইছে। সেই আটাইবোৰকে লৈ অৰুণাচলৰ জনজাতি কেইটামানৰ পৰিচয় প্ৰথমতে দিবলৈ যত্ন কৰা হৈছে।

অৰুণাচলক প্ৰধানকৈ পাঁচোটা বিভাগত ভাগ কৰা হৈছে: কামেং সীমান্ত, সুবৰ্ণশিৰী সীমান্ত, ছিয়াং সীমান্ত, লোহিত সীমান্ত আৰু টিৰাপ সীমান্ত। লোহিত বা লুইতৰ নাম অনুসৰি বিভাগটোৰ নাম লোহিত হৈছে। এই লোহিত সীমান্ততেই লুইতৰ উৎস ব্ৰহ্মকুণ্ড বা পৰশুৰাম কুণ্ড। ইয়াৰ অধিবাসীসকলৰ ভিতৰত প্ৰধান হ'ল, মিচিমিসকল, খামটিসকল আৰু চিংফৌসকল। তেজু আৰু তাৰ ওচৰ-পাজৰৰ গাওঁবোৰত প্ৰধানকৈ মিচিমিসকলক পোৱা যায়। তেওঁলোকৰ তিনিটা ঠাল—ইদু, মিজু আৰু ডিগাৰু। ডিগাৰু নদীৰ পাৰত বাস কৰা হেতুকে ডিগাৰু নাম হৈছে। এই আটাইকেইটা ঠালৰ মাজত বিয়া-বাৰু চলিব পাৰে। কিন্তু ভাষা হ'লে আটাই-কেইটাৰ বেলেগ বেলেগ। থকা-মিলা, বিয়া-বাৰু আদি সামাজিক ক্ষেত্ৰত তেওঁলোকৰ সুকীয়া বৈশিষ্ট্য আছে। তেজু ঠাইডোখৰৰ নামটো মিচিমিসকলৰ দান। তেজু আছলতে এখন নৈ। নৈৰ নাম ঠাইৰ নামলৈ ৰূপান্তৰিত হৈছে। ডিগাৰু মিচিমিৰ ভাষাত তেজু নদীক তিজ্জাপ বোলে আৰু ইদু মিচিমিৰ ভাষাত তিজু বোলে।

১ লীলা গগৈ : পৰ্বত-ভৈয়ামৰ পুৰণি-কলীয়া সম্প্ৰীতি : **সীমান্তৰ সম্ভেদ**



তিজুৰে পাছত মানুহৰ মুখত পৰি খুব সম্ভৱ তেজু হ'ল গৈ। ডিগাৰু আৰু মিজুৰ ভাষাত ব্ৰহ্মপুত্ৰক তলু বা তলৌ বোলে। ইদুৱে ইলু বোলে। চৌখামৰ টই-খামটিসকলে ব্ৰহ্মপুত্ৰক নাম তলাও বা নাম তৰাও বুলি কয়। তেওঁলোকৰ ভাষাত নাম মানে পানী। নাম তৰাও শব্দটোৰ তেওঁলোকে মুকলী বা বাধাহীন পানী অৰ্থাৎ নৈ বুলি ব্যাখ্যা দিয়ে। কোনো কোনোৱে ইপাৰ-সিপাৰ মনিব নোৱৰা পানী বা নৈ বুলিও কয়। মিচিমি তলু, তলৌ শব্দৰ পৰা তলাও বা তৰাও হোৱাটো সম্ভৱ। তেতিয়া হ'লে ব্ৰহ্মপুত্ৰ নৈখনৰ এটা অংশ মিচিমি আৰু এটা অংশ টই-খামটি বা টই-আহোম। বুৰঞ্জীত পোৱা অনুযায়ী ব্ৰহ্মপুত্ৰৰ নাম যদি নাম-টি-লাও হয় আৰু লাও অংশ অষ্ট্ৰিক হয়, তেতিয়া হ'লে টি অংশটো মিচিমি আৰু নাম অংশটো টই-আহোম। মিজু মিচিমিত টি মানে নৈ। খামটি ভাষাত টি মানে ঠাই। খাম মানে সোণ। খামটি শব্দৰ অৰ্থ হ'ল সোণৰ ঠাই বা সোণৰ ঠাইৰ লোক। তেনেকৈ নাম-টি শব্দৰ অৰ্থ হ'ল পানীৰ ঠাই। নাম-চাই এখন ঠাই আৰু নৈও। তাৰ অৰ্থ খামটি ভাষা অনুযায়ী বালি ( চাই ) পানী, লেতেৰা পানী। নৈখনৰ পানী লেতেৰা কাৰণে তাৰ নাম হ'ল নাম-চাই।

লোহিত সীমান্তৰ ভিতৰত এখন ধুনীয়া ঠাই হৈছে চৌখাম। খামটি ভাষাত শব্দটো চংখাম। খাম মানে সোণ, চং মানে মন্দিৰ। চংখাম মানে সোণৰ মন্দিৰ। প্ৰৱাদ অনুযায়ী চৌখামত হেনো আগতে এটা পুখুৰীত এজোপা সোণৰ গছ আছিল। চৌখামৰ ওচৰৰ এখন গাওঁ মমং। খামটি ভাষাত ইয়াৰ অৰ্থ কঠাল। হয়তো মমঙত আগতে কঠাল বেছিকৈ পোৱা গৈছিল। চৌখামৰ ওচৰৰ দুখন নৈৰ ভিতৰত এখন বেৰেং আৰু এখন টেঞং। টেঞং শব্দটোৰ মূল টিএং। টি মানে ঠাই, এং মানে কলহ। তাত হেনো ঠায়ে ঠায়ে কলহ পোৱা গৈছিল। সেয়েহে নৈখন টিএং হ'ল। টেঙাপানী এখন নৈ। তাৰ মূলো খামটি। খামটিসকলৰ নামচুম উপাধিধাৰী-

সকল হৈছে ৰাজবংশধৰ। অতীজত তৰ্ক-বিতৰ্কৰ সময়ত তেওঁলোকে নিজৰ পৰিচয় দিবলৈ হেনো ক'লে যে যদি সচাঁকৈয়ে তেওঁলোক ৰাজবংশধৰ হয় তেনেহ'লে ওচৰৰ নৈখনৰ পানী টেঙা হৈ যাব। কথা অনুযায়ী কাম হ'ল। তেতিয়াৰ পৰা তেওঁলোকেও নামচুম উপাধি ল'লে। নাম মানে পানী, চুম মানে টেঙা। নামচুম উপাধি থকাসকলে নামৰ আগত চৌ লেখে। সি আমাৰ নামৰ আগৰ শ্ৰীৰ সমপৰ্যায়ৰ।

অসমৰ ঠাই আৰু নৈৰ নামৰ আলোচনা কৰিবলৈ হ'লে কেইবাটাও পৰ্বত-ভৈয়ামৰ আদিমবাসীসকলৰ ভাষাৰ সম্যক পৰিচয় নহ'লে সম্ভৱ নহয়। অসমীয়া ভাষাই অনা-আৰ্য ভাষাৰ কিমান শব্দ সামৰি লৈছে তাৰ সঠিক আলোচনাও আমাৰ এতিয়ালৈকে হোৱা নাই বুলিব লাগে। টই-খামটিসকলৰ ভাষাৰ অনেক শব্দ যে অসমীয়াত সোমাইছে তাত অকণো সন্দেহ নাই। এই ক্ষেত্ৰত এই শব্দবোৰ মন কৰিবলগীয়াঃ ফই (ডাঙৰ ৰছী), ফাঁই (খামটি ভাষাত ফাই মানে জুই), ফাক (দাৰ ফাক), বান বাটি (খামটি ৱন), মান (ব্ৰহ্মদেশৰ লোক), মিট (দা), টকৌ (খামটি তংকৌ), লাওপানী (খামটিসকলৰ পানীয় দ্ৰব্য হৈছে লাও, মিচিমি-সকলৰ য়ু, চিংফৌসকলৰ চ্চা)। ডিগাৰু মিচিমিসকলৰ ভাষাত ঘৰৰ ভিতৰত আটাইতকৈ ওপৰত থকা চাংখনক হাপুঁ বোলে। নামনি অসমত এটা বাক্যাংশ আছে—হাপুৰ দিনৰ অৰ্থাৎ অতি পুৰণি। শব্দটো খুব সম্ভৱ মিচিমি শব্দই। লোহিত সীমান্তৰ মিচিমি, খামটি, চিংফৌ এই আটাইবোৰ ভাষা সুৰ-প্ৰধান। খামটি ভাষাত চাৰিটা সুৰ অতি স্পষ্ট—নিম্ন, উচ্চ, মধ্য, মধ্য-নিম্ন। সেই অনুযায়ী মা শব্দটোৰ অৰ্থ ক্ৰমে হয় ঘোঁৰা, কুকুৰ, পাগল আৰু আহা। খামটিসকলৰ মতে চুকাফা শব্দটোৰ অৰ্থ হয় চু (বাঘ), কাফা (দাৰে নচা) অৰ্থাৎ যিজনে বাঘৰ লগত যুঁজিব পাৰে তেৱেঁ চুকাফা। শব্দমালাৰ পিনৰপৰা চালে মিজু মিচিমি আৰু চিংফৌ



ভাষাৰ মাজত সাদৃশ্য দেখা যায়। আপাটানি, নিচিমিৰি আৰু নিচিসকলৰ ভাষাত সাদৃশ্যমূলক শব্দ কিছুমানো লক্ষ্য কৰিবলগীয়া।*

## মিচিমিসকল

মিচিমিসকলৰ ঘৰবোৰ সৰল ৰেখাৰ নিচিনা দীঘল চাংঘৰ। একোটা পৰিয়ালৰ একোটা ঘৰ। পৰিয়ালৰ মানুহ অনুযায়ী ঘৰৰো দীৰ্ঘতা বাঢ়ে। জখলাৰে চাঙলৈ উঠি গ'লে ঘৰৰ সমুখত মানুহ-দুনুহ বহিবলৈ ৰখা এডোখৰ মুকলী ঠাই (হাঁদ) পোৱা যায়। ঘৰবোৰত বেলেগ বেলেগ কোঠা থাকে। প্ৰায়বোৰ কোঠাত একোখন জুহাল। ঘৰটোৰ ভিতৰেদি আটাইবোৰ কোঠালৈ যাবলৈ দীঘলীয়া বাট এটা থাকে। মিচিমিসকলে ঘৰবোৰ এবিধ বেতৰ পাতেৰে ছায়। (এওঁলোকৰ নিচিনা খামটি আৰু চিংফৌ-সকলৰো ঘৰ। কিন্তু তেওঁলোকে ঘৰ টকৌ-পাতেৰে ছায়)। ঘৰৰ ওচৰত সৰুকৈ সজা একোটা ভঁৰাল ঘৰ থাকে।

মিচিমিয়ে মেথোন কাটি পূজা দিয়ে আৰু মেথোনৰ মূৰবোৰ ঘৰৰ ভিতৰত বেৰত আঁৰি থয়। সেইবোৰৰ সংখ্যাৰে মানুহঘৰ ধনী নে দুখীয়া জানিব পাৰি। কোনো কোনোৰে চিকাৰ কৰি অনা আন জন্তুৰ মূৰ আদিও তেনেকৈ সজাই থয়। ঘৰত বেমাৰ-আজাৰ হ'লে মিচিমিসকলে কিছুমান পূজা দিয়ে।



ক্ৰুঁ

পূজাৰ পিচ-দিনাখন 'গেনা' লাগে অৰ্থাৎ সেই ঘৰলৈ আন কোনো

* দ্ৰষ্টব্যঃ লেখকৰ **ভাষা-বিজ্ঞান**, ৩য় সংস্কৰণ; পৰিচ্ছেদ ৯৮-৯৯

মানুহ যাব নোৱাৰে। গেনা লগাৰ চিন স্বৰূপে ঘৰৰ সন্মুখ আৰু পিছ ফালে গছৰ ডাল এটা স্থুমুৱাই থয়। মানুহ মৰিলে তেওঁলোকে পোৰে। পুৰিবলৈ অসুৱিধা হ'লেহে পোতে। মৃতজনে ব্যৱহাৰ কৰা বয়বস্তুবোৰ ঘৰৰ ওচৰত এডোখৰ ঠাইত সজাই থয়। তেওঁলোকে তাক 'ক্ৰু' বুলি কয়। সাপ তেওঁলোকৰ কাৰণে অমঙ্গলীয়া। ডাঙৰ বিধৰ সাপ ঘৰৰ চাঙলৈ আহিলে মানুহ মৰে বুলি বিশ্বাস। এজন মিচিমিয়ে কেইবাগৰাকীও বিয়া কৰাব পাৰে। বিধৱা-বিৱাহৰ প্ৰচলনো আছে। মিচিমিসকলৰ মাজত আত্মহত্যা নাই, চুৰি-ডকাইতি নাই। কোনোবাই কিবা দোষ কৰিলে বিচাৰালয়ত (কাবেয়া) বিচাৰ হয়। তেওঁলোকে পানী কঢ়িয়াই আনিবলৈ দীঘল বাঁহৰ চুঙা (গেলঁ) ব্যৱহাৰ কৰে। খেতি তেওঁলোকৰ প্ৰধান জীৱিকা। ধান, গোমধান, কুঁহিয়াৰ, আলু, মিঠা-আলু, মাটি-কঠাল আদি সকলোৰে খেতি তেওঁলোকৰ আছে। তেওঁলোকে সচৰাচৰ হাবি কাটি এঠাইত খেতি কৰি কিছুদিনৰ পাছত সেই ঠাই এৰি আন ঠাই মুকলি কৰি খেতি কৰে। ইয়াৰ নাম ঝুম খেতি। মিচিমিসকলৰ তাঁত-শিল্প যথেষ্ট উন্নত ধৰণৰ। এই ক্ষেত্ৰত মিচিমি কোট চোলা বিশেষভাৱে উল্লেখযোগ্য। দৈনন্দিন ব্যৱহাৰৰ কাৰণে বাঁহ আৰু বেতৰ পৰা নানা ধৰণৰ বস্তু তেওঁলোকে সাজে। পৰ্বতত বাস কৰা আন লোকসকলৰ নিচিনা মিচিমিসকলেও ধেনু-কাঁড় আৰু বন্দুকেৰে চিকাৰ কৰে। ইদু মিচিমিসকলৰ নিজা ধৰণৰ ফান্দ পাতি চিকাৰ ধৰা ব্যৱস্থাও আছে। তেওঁলোকৰ মাজত কিছুমান নিষিদ্ধ কথা আছে। ঘৰৰ বেৰত আঁৰি থোৱা জন্তুৰ মূৰবোৰত তেওঁলোকৰ গৃহ-দেৱতাই বাস কৰে বুলি তেওঁলোকৰ বিশ্বাস। সেই কাৰণে কোনো বস্তু তাত আঁৰি থোৱাটো তেওঁলোকৰ বাবে নিষিদ্ধ। হাবিত ডাঙৰ গছ এজোপা কাটি পেলাই থৈ তৎক্ষণাৎ মানুহজন ঘৰৰ ভিতৰত সোমোৱাটো নিষিদ্ধ কথা। ইদু মিচিমি-সকলৰ সপোন সম্পৰ্কে নানা ধাৰণা আছে। সপোনত দাঁত সৰিলে



কাৰবাৰ মৃত্যুৰ বাতৰি জনায়। গৰ্ভৱতী নাৰীয়ে শিল কঢ়িওৱা সপোনত দেখিলে তেওঁ পুত্ৰ-সন্তান জন্ম দিব। ডাঙৰ সাপ মৰা সপোন দেখিলে চিকাৰত কৃতকাৰ্য হোৱা বুজায়। নদী পাৰ হোৱাৰ সপোনে সকলো পিনৰ পৰা কৃতকাৰ্যতা সূচায়। সপোনত সাপ মাৰিলে শত্ৰুৰ ওপৰত জয় লাভ হয়; গছ কাটি পেলোৱা দেখিলে চিকাৰত লাভ হয়। জুয়ে ঘৰ পুৰি পেলোৱা সপোন দেখিলে খৰাং বতৰ হ'ব বুলি ভবা হয়।[২]

মিচিমিসকল বৰ সৰল আৰু অতিথি-পৰায়ণ। আলহীক তেওঁলোকে কিবা খুৱাই পঠিয়াব পাৰিলে ভাল পায়। তেওঁলোকৰ নিজা উৎসৱ-পৰ্ব আৰু স্বকীয়া নাচ-গান আছে। ইদু মিচিমিসকলৰ ফেব্ৰুৱাৰী মাহত পতা কৃষি-উৎসৱ (ৰেহ) এটা উল্লেখযোগ্য উৎসৱ। সৰ্বসাধাৰণৰ মঙ্গলৰ বাবে, সমাজৰ সুখ-সমৃদ্ধিৰ বাবে এই উৎসৱ পতা হয়। দেৱী ৰেহক এই উৎসৱত পূজা দিয়া হয় আৰু ভাল শস্যৰ বাবে তেওঁৰ আশীৰ্বাদ বিচৰা হয়। মাৰ্চ মাহত ডিগাৰু মিচিমি-সকলৰ এটা উৎসৱ অনুষ্ঠিত হয়। ইয়াৰ নাম 'তামলাদু'। এই উৎসৱত প্ৰাকৃতিক দুৰ্যোগৰ পৰা ৰক্ষা কৰিবলৈ পৃথিৱী আৰু জলৰ দেৱতাক পূজা দিয়ে। খেতি-বাতি আৰু সৰ্বসাধাৰণৰ মঙ্গল কামনা এই উৎসৱৰ মূল-কথা।[৩] মিজু মিচিমিসকলে ঘৰখনৰ ভাল অৱস্থাত ব্ৰহ্মা (মতাই), কৃষ্ণ (ব্ৰ), শিৱ (বুক), গণেশ (চুত), লক্ষ্মী (মামনু) আদিক পূজা দিয়ে। বেমাৰ-আজাৰৰ সময়ত আন ভূত-প্ৰেতক পূজা দিয়ে। প্ৰথম বিধৰ পূজা আদিৰ কাম কৰাজনক 'গুৱাক্ ড্ৰাং' আৰু পিছৰ বিধৰ পূজা আদি কৰাজনক 'গুৱাক্' বোলে।

মিজু মিচিমিৰ এজন সম্ভ্ৰান্ত লোকৰ পৰা জনা গৈছে যে মানুহ মৰিলে বংশৰ লোকে দহ-বাৰ দিনলৈকে খেতি-বাতিৰ কাম নকৰে।

---

২ Barua, T. K: *The Idu Mishimis*

৩ Rukbo, T.: Festivals of Arunachal Pradesh: *The Assam Tribune*, March 21, 1976.

ঘৰত কোনো সন্তান জন্মিলেও কিছুমান কাম কৰা মাক-বাপেকৰ কাৰণে নিষেধ। এনে সময়ত মাক-বাপেকে জুইত পানী ঢালিব, কাপোৰ চেপিব, কোনো বস্তু ছিঙিব আৰু খৰি ভাঙিব নাপায়। তেওঁলোকৰ মাজত ধৰমৰ শপত খোৱা এটা প্ৰথা আছে। সেইটো হৈছে তপত পানীত হাত বুৰোৱা। কিন্তু কাৰবাৰ পৰিৱাৰৰ গৰ্ভ অৱস্থাত তেনে কৰাটো নিষিদ্ধ। তেওঁলোকৰ সমাজখন পিতৃ-প্ৰধান। ঘৰৰ সা-সম্পত্তি বাপেকৰ পাছত পুতেকে পায়। বিৱাহ-বিচ্ছেদ, আত্মহত্যা আদি তেওঁলোকৰ মাজত নাই। মানুহ মৰিলে পোৰাটোহে নিয়ম। আনকি ছমহীয়া কেঁচুৱাকো পুৰিব লাগে। মৰাশ পুতিলে ঠাই-ডোখৰত খেতি-বাতি নহ'ব বুলি ধাৰণা। মৰা পুৰিবলৈ হ'লে সাত জাপ খৰি দিব লাগে। মৰা শটো একেবাৰে শেষ নোহোৱালৈকে পুৰিব লাগিব। বংশৰ সকলোৱে নেদেখালৈকে শটো থকা ঠাইতে ৰাখিব, কিন্তু ঘৰৰ খোৱা-লোৱা কাম হ'লে চলিব। আনকি বাপেক মৰিলেও পুতেকে ভাত খাব।

শৱ-সংকাৰৰ আগতে জীৱ-জন্তু বলি দিয়া আৰু মৰা শৱ লগত আন বস্তু-বাহানি দিয়া প্ৰথা বিৱিধ জনজাতীয় লোকসকলৰ মাজত প্ৰচলিত হৈ আছে। ডফলাসকলৰ ভিতৰত ধনী মানুহৰ মৃত্যু হ'লে সৰহ সংখ্যক গাহৰি বা মেথোন বলি দিয়ে। গৃহস্থৰ অৱস্থা অনুযায়ী বলিৰ সংখ্যা কম-বেছি হয়। ডফলাসকলে ঘৰৰ ওচৰতে মৰা শ পোতে। কিছুমানে পোতা ঠাইৰ ওপৰত বাঁহ বা কাঠৰ ঘৰ এটা সাজি দিয়ে। কিছুমানে আকৌ বাঁহ আৰু কাঠেৰে ঠাইডোখৰ বেৰ দি থয়। কিছু দিনৰ আগলৈকে পানিওৰ অঞ্চলত ধনী মানুহৰ মৃত শৱ ঘৰৰ ভিতৰত দুই-তিনি দিনলৈকে ৰখাৰ নিয়ম আছিল।[8] মৰা শ ঘৰৰ ভিতৰত থকা অৱস্থাতে মদৰ কলহ আৰু চাউলৰ কলহৰ মুখ বন্ধ কৰি মৰা শৱ মূৰ-শিতানৰ পিনে থোৱা হয় আৰু শ পোতোঁতে সেই কলহবোৰৰ মুখ খুলি গাঁতৰ ভিতৰত শৱ

[8] Shukla, B. K. : *The Daflas of the Subansiri Region.*



ওচৰত থৈ দিয়ে। পিছত গাঁতৰ ওপৰত কাঠৰ টুকুৰা দি ওপৰত ঢাকি পাৰি মাটি দি গাঁত বন্ধ কৰি থয়। আবেলি কবৰৰ ওচৰত জুই জ্বলোৱা হয় আৰু খাদ্য-দ্ৰব্য আৰু মদৰ পাত্ৰ সৰু পাচিত ভৰাই থৈ দিয়ে।[৫]

মৰা শ মুকলী ঠাইত থৈ দিয়া প্ৰথাটোও জগতৰ বহু ঠাইত প্ৰচলিত। পাৰছীসকলে এই নিয়ম এতিয়াও মানে। ভাৰতৰ উত্তৰ-পূব অঞ্চলৰ কোনো কোনো ঠাইত এই প্ৰথাৰ প্ৰচলন দেখা যায়। হাটন ছাহাবৰ মত অনুসৰি অঙ্গামি, চেমা, ৰেংমা, লোটা আদি পশ্চিম অঞ্চলৰ নগাসকলে মৰা শ পোতে; আও, কোন্যক আদি মধ্যৱৰ্তী অঞ্চলৰ নগাসকলে মুকলী ঠাইত থয়। কিছুদিন আগলৈকে আও নগাসকলে মৰাশটো ঘৰৰ বাহিৰা কোঠা এটাত ৰাখিছিল আৰু ধোঁৱাৰে মৰা শটো নুশুকোৱা পৰ্যন্ত তলত জুই জ্বলাই থোৱা হৈছিল। শস্য চপোৱা উৎসৱৰ সময়ত গাৱঁৰ বাহিৰত ৰাস্তাৰ ওচৰত চাং পাতি সেই শটো থ'ব লাগে। শিক্ষা-বিস্তাৰৰ ফল স্বৰূপে ঘৰৰ ভিতৰত মৰা শ ৰখা আৰু খোলা ঠাইত এৰা প্ৰথা এৰি পশ্চিম অঞ্চলৰ নগাসকলৰ নিচিনা আওসকলেও মৰা শ পোতা প্ৰথাকে গ্ৰহণ কৰিবলৈ ধৰিছে। কামেং অঞ্চলৰ পশ্চিমৰ পিনে, আনকি উত্তৰ সীমান্তৰ সকলো ঠাইতে মৰা শটো কাটি নৈত দলিয়াই পেলোৱা তিব্বতীয় ৰীতি মানি চলা দেখা যায়।[৬]

মেজৰ এ, প্লেফেয়াৰে গাৰোসকলৰ শৱ-সংকাৰ সম্পৰ্কে দিয়া বিৱৰণতো বহু কথা পোৱা যায়। তেওঁৰ বৰ্ণনা অনুসৰি গাৰোসকলে সাধাৰণতে মৰা শ দাহন কৰে। দাহন-কাৰ্য সচৰাচৰ ৰাতি অনুষ্ঠিত হয়। কুষ্ঠৰোগীক হ'লে কেতিয়াও নোপোৰে, পুতি থয়। কোনো মানুহক বাঘে খালে শটো পোৰা হয়; কিন্তু দাহন-কাৰ্য দিনৰ ভাগতে

[৫] Shukla, B. K. : *The Daflas of the Subansiri Region.*

[৬] Elwin, Verrier : *A philosophy for NEFA* : Social aims in NEFA.

যি ঠাইত মৃত্যু হৈছে সেই ঠাইত হ'ব লাগিব, মৰা শটো গাওঁলৈ আনিব নালাগে। এনে ধৰণে মৃতসকলৰ ক্ষেত্ৰত সচৰাচৰ মানি চলা নিয়ম-নীতি পালন কৰা নহয়। তদুপৰি মৃতজনে দৈনন্দিন ব্যৱহাৰ কৰা বয়-বস্তুবোৰ; যেনে, সাজ-পাৰ, বন্ধা বাচন-বৰ্তন, জাঠি-জোং আদিকো ধ্বংস কৰিব লাগিব। এনে দুৰ্ঘটনাৰ পিছত সেইবোৰ বস্তু ব্যৱহাৰ কৰাটো ধৰ্ম-সম্মত নহয়।

স্বাভাৱিকভাৱে মৃতসকল ধণী মানুহৰ হ'লে মৰা শটো পাতল মদেৰে আৰু দুখীয়া হ'লে পানীৰে ধুওৱা হয়। তাৰ পিছত শটো ঘৰৰ প্ৰধান কোঠাটোলৈ আনে। দুখীয়া হ'লে বাঁহৰ মজিয়াতে আৰু ধনী হ'লে শাৰী পাতি ৰখা বৰকাঁহৰ ওপৰত থয়। শটোৰ প্ৰত্যেক হাততে মৰণোত্তৰ যাত্ৰাৰ খৰচৰ বাবে একোটাকৈ টকা দিব লাগে। ভৰিৰ বুঢ়া আঙুলিত ৰছী লগাই মৰা জন মতা হ'লে কুকুৰা এজনী আৰু মৰাজন মাইকী হ'লে মতা কুকুৰা এটা বান্ধি থয়। কুকুৰাটোৱে প্ৰাচীন কালত গৃহস্থৰ মৃত্যু উপলক্ষে বলি দিয়া দাসটোৰ ঠাই পূৰণ কৰে বুলি ধাৰণা (শৱ-দাহৰ পিছত কুকুৰাটো মাৰি তাৰ তেজ বাঁহেৰে সজা মৰাজনৰ স্মৃতি-চিহ্নৰ ওপৰত সানি দিয়া হয়)। তাৰ পিছত সৰু পাচি এটাত চাউল ভৰাই মৃতজনৰ মূৰৰ ওচৰত ৰাখে। চাউলৰ ওপৰত এটা কণী আৰু কণীৰ চাৰিও কাষে ম'ৰা চৰাইৰ নেজৰ পাখি খুচি দিয়া হয়। এটা সৰু পাচিত আকৌ চাউল ভৰাই ভৰিৰ পিনে ৰখা কুকুৰাটোক খাবলৈ দিয়া হয়। মৰা শটোৰ মূৰৰ পিছফালে একলহ মদ থোৱা হয়। সৰ্বশেষত মূৰৰ ওচৰৰ মজিয়াখনত কলাপাত পাৰি বন্ধা ভাত আৰু নানাবিধ জীৱ-জন্তুৰ মাংস দ'ম বান্ধি থৈ দিয়ে।

এনেকুৱাকৈ মৰা শটোক দুদিন এৰাতি ৰাখি দ্বিতীয় ৰাতিৰ দিনাখন দাহ কৰা হয়। দাহ কৰা ঠাইডোখৰৰ ওচৰত এটা খুঁটিত এটা গৰু বান্ধি থয়। শটো একেবাৰে জুয়ে পুৰি শেষ কৰাৰ আগতে গৰুটো হত্যা কৰা হয়; যাতে তাৰ আত্মাই মৃতজনৰ লগত গৈ পৰলোকত তেওঁৰ সেৱাত ৰত হ'ব পাৰে। কেতিয়াবা মৃতজনৰ সম্বন্ধীয় লোকসকলে কেইবাটাও গৰু আনি হত্যা কৰাৰ আগতে সিহঁতৰ ভিতৰত যুঁজ লগাই দিয়ে। কোনো কোনো ঠাইত কুকুৰে মৃতজনৰ আত্মাৰ নতুন যাত্ৰাৰ পথ-প্ৰদৰ্শক হয় বুলি বিশ্বাস কৰে। তেওঁলোকে সেই হেতুকে এটা কুকুৰ মাৰি চিতাৰ তলত সুমুৱাই দি শটোৰ লগতে দাহন কৰে।[৭]



গাৰোসকলৰ নিচিনা মিকিৰসকলেও বাঘে খাই মৰা লোকৰ শৱ-সংকাৰ সাধাৰণ শৱ-সংকাৰতকৈ অলপ পৃথক ধৰণে কৰে। মিকিৰ সকলে সচৰাচৰ শ দাহন কৰে আৰু পোৰা হাড়বোৰ পিছত পুতি থয়। সদ্যজাত মৃত শিশুক পোতা হয় আৰু কোনো নিয়ম-নীতি আদি অনুষ্ঠিত নহয়। হাইজা বা বসন্ত ৰোগাক্ৰান্ত লোকৰ শ মৃত্যুৰ পিছতেই পুতিব লাগে। পিছত হাড়বোৰ উলিয়াই নীতি-নিয়ম পালন কৰি পোৰা দস্তুৰ। কোনো মানুহক বাঘে খাই মাৰিলে মৰা শটো নাইৱা কানি-কাপোৰ কিবা পোৱা গ'লেও, সেইবোৰ গাওঁৰ আঁতৰত পুতি থ'ব লাগে; কাৰণ বাঘটোৱে কবৰৰ ঠাইখিনি বিচাৰি আহে বুলি মানুহৰ বিশ্বাস। স্বাভাৱিকৰূপে মৃত লোকৰ শ মৃত্যুৰ পিছত এদিনৰ কাৰণে ঘৰৰ ভিতৰত ৰাখে। নিয়মিত কাৰ্য-পদ্ধতি মানি চলিলে মৰা শ এসপ্তাহৰ পৰা বাৰ দিনলৈকে ঘৰৰ ভিতৰত ৰাখিব পাৰে। সেইকেইদিন গাওঁৰ মানুহ আহি বিৱিধ ধৰণৰ কাৰ্য সম্পাদন কৰে আৰু গাহৰি, হাঁহ, কুকুৰা, ছাগলী আদি বিৱিধ উপলক্ষত বলি দিয়া হয়।[৮]

হিন্দুসকলৰ মাজত বেদৰ সময়ৰ পৰা শৱ-দাহ-প্ৰথাই শৱ-সংকাৰৰ স্বীকৃত ৰূপ লৈ আহিছে। কম বয়সীয়া ল'ৰা-ছোৱালীৰ অৱশ্যে শ পোতাটোহে নিয়ম। প্ৰাচীন কালত শ্মশান-যাত্ৰাৰ সময়ত আন বস্তুৰ লগত গাই এজনী লৈ যোৱা নিয়ম আছিল। গাইজনীক

৭ Playfair, A : *The Garos* : Disposal of the Dead.

৮ Stack, E : *The Mikirs* : Funeral Ceremonies.

শ্মশানত বলি দিবই লাগিছিল। কিন্তু কোনো দুৰ্ঘটনা যাতে নঘটে সেই অৰ্থে গাইজনী এৰি দিয়া হৈছিল। এৰি দিয়াৰ আগতে মন্ত্ৰ মাতি চিতাৰ চাৰিওফালে গাইজনীক তিনি বাৰ প্ৰদক্ষিণ কৰোৱা হৈছিল।[৯] (আজি-কালিও মৃতকৰ অৰ্থে গো-দান প্ৰায় অপৰিহাৰ্যৰ নিচিনাই)। বিৱিধ মান্য শাস্ত্ৰৰ পৰা সংগ্ৰহ কৰি ডঃ পাণ্ডে মন্তব্য দাঙি ধৰিছে এনেদৰে ঃ প্ৰাচীন কালত মৃতকৰ অৰ্থে কৰা দানবোৰ মৰা শৱ লগতে পোতা নাইবা পোৰা হৈছিল। দানৰ ভিতৰত খাদ্য-দ্ৰব্য, অস্ত্ৰ-শস্ত্ৰ, সাজ-পাৰ, ঘৰচীয়া জন্তু আদি আছিল। কেতিয়াবা দাস-দাসী আনকি পত্নীকো মৃতজনৰ সৈতে পুতি থোৱা হৈছিল নাইবা পুৰি পেলোৱা হৈছিল। এই অমানুষিক প্ৰথাটো ঋগ্ বেদৰ সময়ত পৰিহাৰ কৰা হৈছিল, যদিও বিধৱাই স্বামীৰ লগত চিতাত চলি পৰা এটা লৌকিক আচাৰ ৰূপে চলি আছিল। কৰ্ম-পদ্ধতি-সংক্ৰান্ত পুথিয়ে বেদৰ সময়ৰ পৰা বিধৱা গৰাকীক স্বামীৰ লগত জীয়াই জীয়াই পোৰাৰ কথা সমৰ্থন কৰা নাছিল। বেদৰ যুগৰ পিছতো অৱশ্যে সতী যোৱা প্ৰথা নিৰ্মূল হোৱা নাছিল। কিছুমান পৰিয়াল আৰু জনজাতিৰ মাজত এই প্ৰথা পুনৰ চলিবলৈ লয়। ৰাজপুতসকলৰ মাজত এই প্ৰথাৰ বহুল প্ৰচলন হয়। অৱশেষত ১৮৩৫ চনত লৰ্ড উইলিয়ম বেন্টিংকে সতীযোৱা প্ৰথা বন্ধ কৰে।[১০]

অসমত ছশ বছৰ ৰাজত্ব কৰা আহোম ৰজাসকলৰ শৱ-সংকাৰ প্ৰথাও মন কৰিবলগীয়া। বিৱিধ খণ্ড বুৰঞ্জীৰ উল্লেখ মতে ঃ ······ "নতুন পেৰা কাটি হেঙ্গুল-হাইতালে বোলাই সোণপানী খটাই সেই পেৰাৰ ভিতৰত কাপৰ-কানি, তুলী-তলিচা পাৰি, মৃত ৰজাৰ দেহ ভৰাই ৰাখিব পায়।······ইফালে চৰাইদেও পৰ্বতলৈ কাঢ়ী-হজুৱা গৈ অতি কমেও একঠা বা ডেৰ কঠা মাটি খানি পুখুৰী নিচিনা

[৯] Pandey, R : *Hindu Samskaras* : The Funeral Ceremonies.

[১০] *Hindu Samskaras* : The Funeral Ceremonies.



কৰি গৈ তাত খুটা চতি লগাই, তলে-ওপৰে বাৰে পাট পাৰি দুৱাৰ ৰাখি মাটিৰ তলত ঘৰ এটা সাজি শৱৰ পেৰা থবলৈ শুব পৰা এনে এক খাট ৰাজ যোগ্যমতে সাজি ৰাখিব পায়।···সেই পাট ঘৰৰ ভিতৰত ৰজা শোৱা খাটখনৰ ওপৰত অনেক তুলী-তলিচা কাপোৰ পাৰি শৱৰ পেৰা ৰাখিব। জীয়াই থকাত যিদৰে খোৱা-পিন্ধাত ৰূপ-সোণৰ মাইহাং, বাতি-লোটা, ভোগজৰা, তাওকিন, পাগ-জেমা, কাপৰ ইত্যাদি লাগিছিল, সেই সকলো দ্ৰব্য বস্তু, দুই তিনি সজুলি আৰু তৰোৱাল, হেংদান, পৰিচাৰক কম ৰূপেও ১০ জন ১২ জন মানুহো সেই মাটিৰ তলৰ পাট ঘৰত ভৰাই দুৱাৰ মাৰি মাটি দি ওপৰত মৈদাম বান্ধি ইবোৰ মানুহ কাঢ়ী-হজুৱা সহিতে গুচি যায়। আৰু পাট ঘৰত সোমোৱাৰ পূৰ্ব্বেই সেই পৰিচাৰক কেইটাই যি খোজে তাহাতক পৰাঙ্মুখ নকৰি তাকে দিব পায়।"

স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ দিনৰ পৰা আহোমসকলৰ এই নীতি পৰিত্যাগ কৰা হৈছে। এই বিষয়েও বুৰঞ্জীয়ে এইদৰে উল্লেখ কৰিছে ঃ "গদাধৰ ৰজাৰ লগত ৩০ জন পৰিচাৰক মানুহ দিছিল, পৰে ৰুদ্ৰসিংহ স্বৰ্গদেৱক এদিন গদাধৰে ৰাতি স্বপ্ন দেখালে—তেওঁৰ লগত দিয়া পৰিচাৰক লোকে তেওঁৰ গাত অনেক মল-মূত্ৰ ত্যাগ কৰিলে বুলি। তেতিয়াৰে পৰা মৰা ৰজাৰ লগত আৰু অন্য লোকৰ শৱৰ লগত পৰিচাৰক জীয়া মানুহ দিয়া গুচি ৰজা মৰিলে হিন্দুৰ দৰে পুৰি······অল্প দ্ৰব্য সহিতে চৰাইদেওত মাটিৰ তলে পাটঘৰ সাজি মৈদাম বন্ধা নীতি হ'ল।"

ৰজাৰ বাহিৰে আহোমসকলৰ সাধাৰণ লোকৰ মৃত্যু হ'লে য'তে মৰে ত'তে পোতে বা পুৰি মৈদাম বান্ধে। কোনোৱে পুৰি মৈদাম বান্ধে, কোনোৱে নাবান্ধি পুৰি পেলায়, কোনোৱে পুতিয়ে থয়, আৰু কোনোৱে মৰাৰ লগত বস্তু দিয়ে, কোনো'ৱে নিদিয়ে।[১১]

[১১] দেওধাই বুৰঞ্জী ঃ বিবিধ খণ্ড বুৰঞ্জী, পৃষ্ঠা ১৪৪।

## মিচিমিৰ বিৱাহ-পদ্ধতি

মিচিমি সমাজত ল'ৰাই নিজ ইচ্ছামতে সঙ্গিনী বিচাৰি ল'ব পাৰে। কিন্তু ছোৱালীয়ে ল'ৰা বিচাৰিব নালাগে। প্ৰথমতে ল'ৰাই ছোৱালীজনীক চাই আহে। পাছত ছোৱালীৰ মাক বাপেকৰ ঘৰলৈ কটকী পঠিয়াই সকলো খা-খবৰ লয়। সন্মতি, অসন্মতি, ছোৱালীৰ ঘৰলৈ দিবলগীয়া বয়-বস্তুৰ তালিকা আদি সকলো বাতৰি কটকীৰ জৰিয়তে পোৱা যায়। ছোৱালীৰ মাক-বাপেকৰ দাবী পূৰণ কৰিব নোৱাৰিলে ছোৱালী পোৱাৰ আশা নাথাকে। ধনী পৰিয়ালৰ ছোৱালী বিয়া কৰাব খুজিলে দহ-পোন্ধৰটা মেথোন নহ'লে নহয়। বেছি ধনী পৰিয়াল নহ'লে পাঁচ-ছটা মেথোনেৰেও বিয়া হ'ব পাৰে। বিয়াত তিনিটা বস্তু অতি দৰ্কাৰী—মেথোন বা ম'হ, গাহৰি আৰু শুকান মাছ। বিয়া হ'ব বুলি ঠিক হোৱাৰ পাছতে পোণ প্ৰথমে দৰাই পোৰা আৰু জীয়া গাহৰি আৰু শুকান মাছৰ বোজা কইনা-ঘৰলৈ লৈ যায়। দৰা গৈ কইনাৰ ঘৰ পালে দৰাৰ ঘৰৰ মানুহে পোৰা গাহৰি আৰু মাছ আদি ৰান্ধি কইনা-ঘৰৰ সকলো মানুহক ভোজনৰ বাবে দিব লাগে। মতা মানুহ আৰু বয়সস্থসকলক গাহৰি আৰু মাছ দিব লাগে। গাভৰুসকলক অকল মাছ দিব লাগে; কাৰণ গাভৰু ছোৱালীয়ে মাছ আৰু চৰাইৰ মাংসৰ বাহিৰে আন মাংস নাখায়। কইনা-ঘৰৰ মানুহে দৰা-পক্ষৰ মানুহক মদ আদি দিব লাগে। কেতিয়াবা কইনা-ঘৰৰ মানুহে নিজে গৈও ছোৱালী দৰা-ঘৰত থৈ যায়। দৰা আৰু তেওঁৰ পৰিয়ালে একো মাংস খাব নোৱাৰে। কিন্তু কইনা-ঘৰৰ সকলোৱে দৰাৰ ঘৰত মাংস খাব পাৰে। বিয়া হৈ যোৱাৰ পাছত দুয়ো পক্ষৰ মাজত সচৰাচৰ কাজিয়া-পেচাল নহয়। কইনাৰ পৰিয়ালে যিমানখিনি মেথোন, গাহৰি আদি আগতে লয়, সেই আটাইবোৰৰ দাম পাছত পৰিশোধ কৰিব লাগে। কইনাই নিজৰ ঘৰৰ পৰা ওলাই আহোঁতে জীৱনৰ সকলো



লাগতিয়াল বস্তু আনে আৰু দৰাৰ প্ৰত্যেকজনী ভনীয়েকেও একোটা বস্তু উপহাৰ স্বৰূপে দিয়ে।[১২]

## খামটিসকল

খামটিসকলৰ আদি বাস-স্থান ব্ৰহ্মদেশ। তেওঁলোক প্ৰধানকৈ হীনযান শাখাৰ বৌদ্ধধৰ্মী লোক। খামটিসকলে নিজকে টই-খামটি বুলি পৰিচয় দিয়ে। ব্ৰহ্মদেশীয় আৰু খামটি লিপিত লেখা অসংখ্য হাতে-লেখা পুথি তেওঁলোকৰ মাজত আছে। প্ৰত্যেক খামটি গাৱঁত একোটা বৌদ্ধ-বিহাৰ (ক্যং-চং) থাকে। এই বৌদ্ধ-বিহাৰবোৰত খামটি ভাষাত লেখা পালি সাহিত্যৰ ত্ৰিপিটক আৰু অনুপিটকৰ অনেক পাণ্ডুলিপি পোৱা যায়। এইবোৰৰ বাহিৰেও ৰামায়ণ, মহাভাৰত, লোকনীতি, উপদেশ, ইতিহাস আদি বিভিন্ন বিষয়ৰ খামটি ভাষাৰ সাহিত্য আছে। পাণ্ডুলিপিবোৰৰ কিছুমান চিত্ৰাঙ্কিত। চিত্ৰাঙ্কিত পুথিক 'ফুংচেন' বুলি কয়। ইয়াত চিত্ৰৰ সহায়েৰে স্বৰ্গ আৰু নৰকৰ কল্পনা দাঙি ধৰা হয়। 'লিক্-খাম্' আন এবিধ উল্লেখনীয় পুথি। ইয়াৰ অৰ্থ হৈছে 'সোণৰ পুথি', ইয়াৰ বিষয় বৌদ্ধ দৰ্শনৰ 'কম্ম-ৱাচ্য'। ইয়াৰ ভাষা পালি। প্ৰেম-কাব্য, ধাৰ্মিক নাটক আদিও প্ৰচুৰ পোৱা যায়।[১৩] খামটিসকলৰ কিছুমান স্বকীয়া সামাজিক নিয়ম-পদ্ধতি আৰু উৎসৱ-পৰ্ব আছে। থকা-মিলাৰ ক্ষেত্ৰত বিশেষ মন কৰিবলগীয়া হৈছে তেওঁলোকৰ ডেকা-চাং আৰু গাভৰু-চাং। গাওঁ এখনৰ দুই মূৰত দুটা ঘৰ থাকে। ৰাতি হ'লে এটালৈ গাভৰুবোৰ আৰু আনটোলৈ ডেকা-বোৰ শুবলৈ যায়। ৰাতিপুৱা আকৌ নিজৰ নিজৰ ঘৰলৈ আহি ঘৰৰ সকলো কাম-কাজ কৰেহি। ডেকাবোৰৰ বাবে ৰখা ঘৰ

---

১২ শ্ৰীচবেং তায়েং: মিচিমিসকলৰ বিৱাহ-পদ্ধতি; **লোহিত-জ্যোতি**, ১৯৬৪ চন।

১৩ শ্ৰীৰাহী কৌণ্ডিন্য: পূৰ্বাঞ্চল কী পাণ্ডুলিপিয়াঁ।

ডেকা-চাং আৰু গাভৰুবোৰৰ বাবে ৰখা ঘৰ গাভৰু-চাং।[১৪] গাভৰু-চাঙত কোনো পুৰুষ সোমাব নোৱাৰে। বয়সিয়াল তিৰোতাবোৰে গাভৰুবোৰৰ ওপৰত চকু ৰাখে।

খামটিসকলে মানুহ মৰিলে পোৰে বা পোতে। সেইটো তেওঁলোকৰ সুবিধা আৰু ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে। অপঘাতী-বোৰৰ মৰাশটো ঘৰলৈ নানে, বাহিৰতে জ্বলায় আৰু সকাম আদিও নকৰে। স্বাভাৱিকৰূপে মৃতজনৰ মৰা শটো পৰিয়ালৰ লোক-সকলে চাবলৈ বুলি ৰাখি থোৱা হয়। মৰাৰ লগে লগে বাকচত শটো ভৰাই স্থানীয় মমেৰে মোহৰ মাৰিব আৰু পোৰা সময়তো তেনেদৰে পুৰিব। তাত প্ৰদক্ষিণ আদি কৰাৰ নিয়ম নাই। মৰাজনে ব্যৱহাৰ কৰা বস্তুবোৰ কোনো দুখীয়া মানুহক নাইবা বৌদ্ধ-বিহাৰত ( বাপু চাং ) দিয়া হয়। মৰা শটোৰ লগত ঘাট পাৰ হ'বলৈ বুলি অলপ পইছা বান্ধি দিয়া হয়। পৰিয়ালক সুবিধা অনুযায়ী ভাল দিন-বাৰ চাই সকাম কৰে। সকামৰ দিনাখন গাওঁৰ মানুহ মাতি ভোজ-ভাত খুওৱা হয়। সেই ভোজত তেওঁ-লোকৰ পানীয় দ্ৰব্য ( লাও ) দিয়া নিয়ম নাই।

খামটিসকলৰ এটা বিশেষভাৱে উল্লেখযোগ্য উৎসৱ হৈছে 'চাংকেন' উৎসৱ। অসমীয়াৰ বহাগ বিহুৰ সময়ত তেওঁলোকৰ এই উৎসৱটো হয়। ই এদিনৰ পৰা তিনি দিনলৈকে থাকিব পাৰে। মণ্ডল চাই উৎসৱৰ মিয়াদ ধাৰ্য কৰা হয়। এই উৎসৱত বুদ্ধৰ মূৰ্তি পানীৰে ধুওৱা হয় আৰু তাৰ বাবে নৈৰ পাৰত এটা সৰু ঘৰ সাজি তাত বৌদ্ধ-বিহাৰৰ পৰা বুদ্ধ-মূৰ্তিবোৰ থোৱা হয়। বুদ্ধৰ মূৰ্তি ধুওৱাৰ পাছত মতা-মাইকী, ল'ৰা-ছোৱালী সকলোৱে ইজনে সিজনলৈ পানী ছটিয়াই গেলে। নৈৰ পৰা পানী আনি পৱিত্ৰ স্নানবোৰ ধুওৱা নিয়মো আছে। লগতে সৰুবোৰে ডাঙৰৰ ভৰি

[১৪] Gogoi, L. ( compiled ): *The Tai Khamtis :* The house of the Virgins.



ধুৱায়। সৰুৱে ডাঙৰক বোৱা কাপোৰ দিয়ে আৰু আশীৰ্বাদ লয়। এই কেইদিনত কোনোৱে গছ নাকাটে। নিৰ্জীৱ বস্তুৰেও এই সময়ত প্ৰাণ পায় বুলি লোক-বিশ্বাস আছে। সকলো ধৰণৰ বেচা-কিনা কামো এই কেইদিনত নচলে। খামটিসকলৰ চাংকেন উৎসৱে ত্ৰিপুৰা বুৰঞ্জীত উল্লেখ কৰা ত্ৰিপুৰাৰ মদন-পূজাৰ আড়ম্বৰৰ কথা মনত পেলায়ঃ "পাছে বৈশাগৰ ১০ দিন যাওঁতে কৃষ্ণা ত্ৰয়োদশী তিথিত মদন পূজাৰ অধিবাস কৰিলে। সেই দিনে তাৰ দেশৰ মানুহক যাক যি নিয়মে দিব লাগে কুহুম্বুলীয়া কৰি বঁটা বাহন দিএ। আমাৰ কটকীকো সিংহাসনৰ ঘৰলৈ আনি কুহুম্বুলীয়া জামা, বোলোৱা পাগ, বোলোৱা পটুকা, বোলোৱা দোপটা এইৰূপ বঁটা দিলে। খেলিবলৈকো ছালৰ মোট ২টা দিলে......তাৰ পাছদিনা কলাপটুৱাৰ চোচালি কৰি ঘৰ এটি সাজে। তাতে মৃত্তিকাৰ কামদেৱৰ মূৰ্ত্তি সাজি পূজা কৰে। পূজাৰ উপহাৰ অনেকো কৰে আৰু ডাঙৰ লাড়ু কৰিও দিএ। পাছে পূজাৰ অন্তত ৰাজা আহি কামদেৱৰ মূৰ্ত্তিক সেৱা কৰি সোণৰ নাল দিয়া মোটেৰে কামদেৱৰ গালৈ পানী মাৰিলে। পাছে যুৱৰাজ প্ৰমুক্ষে বৰ মানুহ-সকলেও সেৱা কৰি ৰূপৰ নাল দিয়া মোটেৰে পানী কামদেৱৰ গাত মাৰিলে। পাছে আমাৰ কটকীও ৰাজা আজ্ঞা কৰিলত কামদেৱক সেৱা কৰি সেই মোটেৰে কামদেৱৰ গাত পানী মাৰিলে আৰু বাহিৰতো সকলেও অন্যোন্যে মোটেৰে পানী মৰামৰি কৰিছিলে। গুণী গায়নেও তালে খোলে ছংকীৰ্ত্তনৰ ধাৰণে গীত গাইছিলে।"

এইখিনিতে হাজোৰ মদনোৎসৱ অনুষ্ঠানৰ কথাও বিশেষভাৱে উল্লেখনীয়। হাজোত দুটা দৌল হয়। এটা গোৱিন্দ দৌল আৰু আনটো ৰজা দৌল। মূল দৌলৰ পাছৰটো শুক্লা দ্বিতীয়া তিথিত ৰজা দৌল আৰম্ভ হয়। ৰজা দৌলৰ পাছত কৃষ্ণা ত্ৰয়োদশী তিথিত মদন উৎসৱ অনুষ্ঠিত হয়। এই উৎসৱক মদন চৈত্ৰালি বুলিও কোৱা হয়। ইয়াতো মাধৱ, কেদাৰেশ্বৰ আৰু কামেশ্বৰ তিনিওজনা

বিগ্ৰহ লগ লাগে আৰু নগৰ পৰিভ্ৰমণ কৰে। নগৰৰ পথে পথে নৃত্য-গীত-বাদ্য হয়। নৃত্য-গীতৰ উপৰিও বিগ্ৰহলৈ মোটৰ পানী মৰা হয়। মোট সদ্যজাত ছাগলী-পোৱালীৰ ছালেৰে তৈয়াৰী পিচকাৰী বিশেষ। মোটৰ ভিতৰত নানা সুগন্ধী মছলাযুক্ত ৰঙীন পানী ভৰোৱা হয় আৰু নৃত্য-গীত-বাদ্যৰ মুখৰিত পৰিৱেশত সেই পানী বিগ্ৰহৰ গালৈ ছটিওৱা হয়। এনেদৰে গৈ গোসাঁই তিনিজনা লখাইতৰা নদীৰ তীৰ পায় গৈ। চকীয়া ঘাটত মদনোৎসৱৰ আকৰ্ষণীয় কাৰ্যসূচী 'ডালা খেল' অনুষ্ঠিত হয়। ডালা খেল নৈৰ পানীত দুদল লোকে খেলা এবিধ ধেমালি। ইয়াক বিশেষ ধৰণৰ এক পানী যুদ্ধ বুলি ক'ব পাৰি। খেলত জিকা দলক বঁটা দিয়া হয়। উৎসৱৰ শেষত গোসাঁই তিনিজনা নিজ নিজ পীঠলৈ প্ৰত্যাৱৰ্তন কৰে।[১৫] কৱি দুৰ্গাবৰৰ গীতি ৰামায়ণতো মোট খেলৰ সুন্দৰ বৰ্ণনা আছে।



মেই-কৌচুম-ফাই

খামটি সকলৰ আন এটা উল্লেখ কৰিবলগীয়া উৎসৱ হৈছে মেজি-পোৰা উৎসৱ। মাঘ বিহুৰ কিছুদিন পাছত গাওঁৰ ল'ৰাবোৰে কেঁচা কাঠ-বাঁহ গোটাই ওখ মেজি সাজিব আৰু যি দিনা ৰাতিপুৱা মেজিটো জ্বলাব, সেইদিনা মেজিৰ গুৰিত সেই সময়ত পোৱা সকলো ধৰণৰ শাক-পাচলি একেলগে ৰান্ধি 'বাপুচাঙ'ত দান কৰি বাকীবোৰে ভগাই খোৱা নিয়ম। এই উৎসৱক তেওঁলোকে 'মেই-কৌচুম-ফাই' বোলে।

১৫ শ্ৰীপ্ৰবীণ দাস: হাজোৰ দৌল আৰু মদনোৎসৱ (প্ৰবন্ধ)



খামটিসকলৰ স্বকীয়া নাচ আদি আছে। তাৰ ভিতৰত মুখা পিন্ধি কৰা কুকুৰা-যুঁজৰ নাচ উল্লেখযোগ্য। গীতৰ ভিতৰত খামটি বনগীতৰ নাম ল'ব পাৰি। তেওঁলোকৰ ভাষাত তাক 'খাম-পালি' বোলা হয়। "ডেকা-গাভৰুৱে বনত শাক-পাচলি তোলোঁতে, হাবিত খৰি লুৰিবলৈ যাওঁতে, পথাৰত কঠীয়া সিঁচাৰ পৰা দাই-বৈ সোণ-গুটি কঢ়িয়াই লখিমীৰে সৈতে ভঁৰালত থৈ আনন্দৰ ন খোৱালৈকে, নাইৱা পানী খেলা দিন 'চাংকেন' বিহুৰ কাৰণে কপৌ ফুল বিচাৰি যাওঁতে নৈৰ কাণে কাণে গাভৰুহঁতে এই পালি গীত গায়। তাত অপৱিত্ৰতাই ৰেখাপাত কৰিব নোৱাৰে। বৰ্তমানে সময়ে সময়ে ভাওনা থিয়েটাৰ আদিতো পালি গীতে ভূমুকি মাৰিছে। আদিম কালৰ পৰাই খামটিৰ 'পেপুঙ'ত (মুকলী মঞ্চাভিনয়)ই ডেকা-গাভৰুৰ মুখত শোভা পাই আহিছে। পালি গীতত শুনা যায় পৰ্বতে-ভৈয়ামে মিলি যাবৰ এটি প্ৰয়াস। পালি গীতে লুইতৰ বুকুত উটি গৈ ভৈয়ামক জনাই দিয়ে শিথিল হৈ যাব খোজা কৌটিকলীয়া বুকুৰ মৰমক আকৌ সাদৰি ল'বলৈ"।[১৬]

খোৱা-লোৱা বয়-বস্তুৰ পিনৰ পৰাও খামটিসকলৰ নাম বিশেষভাৱে উল্লেখযোগ্য। উত্তৰ ভাৰতত যিদৰে দেৰাদুনৰ চাউল বিখ্যাত, সীমান্ততো খামটি-চাউল তেনেদৰে বিখ্যাত। এটাও শিল-ধান নথকা গোটা গোটা মিঠা খামটি-চাউলৰ ভাত বৰ তৃপ্তিদায়ক। তেওঁলোকৰ ভাত-ৰন্ধা প্ৰণালীও বেলেগ। ভাপতহে তেওঁলোকে ভাত সিজায় আৰু কৌ-পাতেৰে ভাতবোৰৰ টোপোলা বান্ধি থয়। তেওঁলোকৰ আন এবিধ উপভোগ্য বস্তু হৈছে বৰা চাউল বাঁহৰ চুঙাত ভৰাই পোৰাৰ পাছত বাঁহৰ বগা কলপটোৰে সৈতে উলিওৱা চুঙা-চাউল। বাঁহৰ চুঙাত থৈ কেঁচা লাই শাকৰ পৰা কৰা টেঙাৰ তৰকাৰী আৰু কেঁচা মাছৰ চুপৰ নিচিনা কৰা 'পাচা' তেওঁলোকৰ

১৬ চৌ নেইপেং লোংকেইং: পালি গীতত এভুমুকি: লোহিত-জ্যোতি, ১৯৬৪ চন।

বিশিষ্ট ভোজন-সম্ভাৰ। আলহী আহিলে নাইৱা কোনো বিশেষ অনুষ্ঠানতহে ইয়াক দিয়া হয়। বাঁহৰ গাজ ( ফক নু ) আৰু খৰিচা ( নিহিউ ,ৰ ব্যৱহাৰো তেওঁলোকৰ মাজত আছে।

ঘৰুৱা আচাৰ-পদ্ধতিৰ ভিতৰত উল্লেখ কৰিবলগীয়া কেইটামান কথা আছে: ঘৰৰ মুৰব্বীজন কৰবালৈ গ'লে এসাজ ভাত সজাই-পৰাই তেওঁৰ নামত থৈ দিব লাগে। পিছদিনাখন সেই সাজ পেলাই দি আকৌ নতুন এসাজ থ'ব লাগিব। এনেকৈ তেওঁ উভতি নহালৈকে থ'ব। কিন্তু ঘৰৰ আন মানুহে ভাত খাওঁতে যদি কাৰবাৰ ভাগত কম হয়, তেতিয়া সেই ভাতসাজ আনি খাব পাৰে। মুৰব্বীজনৰ অনুপস্থিতিত তেওঁৰ বিছনাখনো কোঁচাই থোৱাটো নিয়ম। সম্পত্তিৰ ক্ষেত্ৰত বাপেকৰ পাছত পুতেকহঁতৰ মাজত সম্পত্তি ভগাই লোৱা নিয়ম। তাৰ ভিতৰত ডাঙৰজন আৰু সৰুজনে আন কেইজনৰ তুলনাত বেছিকৈ পায়। কিন্তু ডাঙৰজনে ইচ্ছা কৰিলে গোটেইখিনি সম্পত্তি আনক নিদি নিজে ল'ব পাৰে নাইৱা একো নোলোৱাকৈ ভায়েকহঁতক দি দিবও পাৰে। জীয়েক হ'লে বাপেকৰ সম্পত্তিৰ অধিকাৰী হ'ব নোৱাৰে।

## খামটিৰ বিৱাহ-পদ্ধতি

খামটিসকলৰ বিয়া দুবিধ। এবিধত সকলোৰে সন্মতি লৈ সা-সন্মানেৰে ছোৱালী বিয়া দিয়া হয় আৰু আন বিধত ছোৱালীৰ মাক-বাপেক আৰু বংশ-পৰিয়ালৰ অসন্মতিত ছোৱালী পলুৱাই নিয়ে। দ্বিতীয় বিধতকৈ প্ৰথম বিধৰ প্ৰচলনেই বেছি। বিয়াত দৰাৰ বাপেকে কটকীৰ সহায়েৰে কইনাৰ মাক-বাপেকলৈ বিয়াৰ প্ৰস্তাৱ পঠায়। সেই প্ৰস্তাৱত মান্তি হ'লে দৰাৰ বাপেকে দৰাৰ আৰু কইনাৰ বাপেকে কইনাৰ সন্মতি ল'ব। সন্মতি পালে দৰা-পক্ষৰ মানুহে কইনা-পক্ষক কিছু টকা দিব লাগে। সেই টকাখিনি কইনা-পক্ষৰ লোকে নিজৰ সম্বন্ধীয়সকলেৰে সৈতে ভগাই ল'ব।



বিয়াৰ এইটো এক প্ৰকাৰ জাননি। তাৰ পাছতো দৰা-পক্ষৰ লোকে কইনাৰ পক্ষক টকা দিব লাগে।

বিয়াৰ দিনাখন দৰা কইনাৰ ঘৰলৈ নাযায়। দৰাৰ পক্ষৰ দল এটা কইনাৰ ঘৰলৈ যায় আৰু কইনা-পক্ষৰ দলে কইনাক দৰাৰ ঘৰলৈ বুলি লৈ আহে। বাটত আহোঁতে মাজে মাজে কইনাৰ সম্বন্ধীয় লোকসকলে দৰা-পক্ষৰ বিয়া ভেটা দি নিয়মানুসৰি টকা-পইছা লয়। এইদৰে দৰাৰ ঘৰ পায় মানে বহুবাৰ বিয়া আগচা হয়। অৱশেষত দৰাৰ ঘৰৰ সমুখত কইনাক ৰখাই এজন বয়সস্থ লোকৰ হতুৱাই এখন ধৰ্ম-পুথি পঢ়ি শুনোৱা হয়। সেই পুথিখন আধ্যাত্মিক ভাৱেৰে ভৰা। ঘৰৰ গৃহিণী স্বৰূপে বিৱাহিত স্ত্ৰীৰ কি কৰ্তব্য, পতিৰ প্ৰতি কি কাম অৰ্থাৎ সাংসাৰিক জীৱনত কিদৰে সুখ-শান্তিৰে চলিব পাৰি সেই বিষয়ে বুজাই কোৱা হয়। ধৰ্ম-পুথি পাঠ কৰা শেষ হ'লে কইনাই সমুখত তৰি থোৱা সাত ডাল সূতা ছিঙি অকলশৰীয়াভাৱে দৰাৰ ঘৰৰ ফালে আগ বাঢ়ে। তেতিয়া দৰাৰ মাক বা কোনো বয়সস্থা মহিলাই কইনাক হাতত ধৰি ভিতৰলৈ লৈ যায়। ঘৰ সোমোৱাৰ আগতে কইনাৰ ওৰণিখন গুচাই দিয়া হয়। ঘৰত সোমাই কইনাই যৌতুকত অনা বাকচবোৰ দৰাৰ মাকে খুলি চায়। তেনে নকৰিলে বিয়াৰ পাছত হ'বলগীয়া সতি-সন্ততিবোৰ বোবা আৰু অঁকৰা হয় বুলি খামটিসকলৰ বিশ্বাস।[১৭] বিয়াৰ সময়ত কইনা-পক্ষক দৰা-পক্ষই ভালকৈ খুৱাব লাগে। তাত পানীয় দ্ৰব্যৰো ব্যৱহাৰ আছে। খামটিসকলে নিয়ম মতে চাই-চিতি লগা-ভগাৰ ছোৱালী বিয়া কৰায়। বিশেষভাৱে মাকৰ ফালৰ সম্বন্ধৰ ছোৱালীহে বিচৰা হয়। নাপালে দূৰ সম্বন্ধীয়ৰ পৰা বিচাৰে। নিজৰ জাতিৰ ভিতৰত বিয়া নহয়। খামটিসকলৰ বিয়াৰ ক্ষেত্ৰত ধনী আৰু দুখীয়াৰ প্ৰশ্ন নুঠে। তেওঁলোকৰ বিধৱা-বিৱাহ-প্ৰথাও

১৭ চৌইংকালিট মাননৌ: খামটিৰ বিৱাহ-পদ্ধতি: **লোহিত-জ্যোতি**

আছে। কিন্তু সেই বিয়া সিমান ধুমধামেৰে নহয়। মৃত গিৰীয়েকৰ ভায়েকেৰে সৈতে নাইৱা আনৰ লগতো বিধৱাই বিয়া সোমাব পাৰে।

## চিংফৌসকল

খামটিসকলৰ নিচিনা চিংফৌসকলৰো ঘৰ। সাজ-পাৰ খামটি-সকলেৰে সৈতে একে। তেওঁলোকো বৌদ্ধ-ধৰ্মী। তেওঁলোকৰ মানতো ঘৰত সাপ উঠা আৰু ঘৰৰ ওপৰত শগুন পৰাটো অমঙ্গলৰ চিন। ঘৰত সাপ উঠিলে মানুহ মৰে বা আন কোনো বেমাৰ-আজাৰ হোৱাৰ সম্ভাৱনা বুলি তেওঁলোকৰ ধাৰণা। তেতিয়া পূজা দিব লাগে। সেই পূজাত কল, ভাত আদি দিয়া হয়। পূজা দিওঁতে মণ্ডল চোৱা প্ৰথা আছে। চিংফৌ আৰু খামটিসকলৰ ভাষা বেলেগ যদিও তেওঁলোকৰ আচাৰ-পদ্ধতিৰ মিল আছে। চিংফৌসকলৰো 'চাংকেন' আৰু 'মেই-কৌচুম-ফাই' উৎসৱ আছে। তেওঁলোকৰো বিয়াৰ দিনাখন বাটত হেঙাৰ ধৰা ( আগচা ) প্ৰথা আছে।

## ছিয়াঙৰ গালং আৰু মিঞং

ছিয়াং সীমান্তৰ সদৰ ঠাই হ'ল আলং। আলং, গালং, আপং আদি শব্দ আছলতে গালঙৰ ভাষাত আল, গাল, আপ হিছাপেহে উচ্চাৰিত হয়। এই শব্দবোৰৰ শেষৰ 'ঙ' অংশটো মিঞংসকলৰ ভাষাৰ প্ৰভাৱ। গালঙৰ ভাষাত আল শব্দটোৰ কেইবাটাও অৰ্থ হয়। তাৰ এটা অৰ্থ হৈছে লোণ। আলঙত হেনো আগতে লোণৰ খনি আছিল। সেই কাৰণে ঠাইডোখৰৰ নাম আল আৰু পিছত আলং হ'ল। আন জনজাতীয় লোকসকলৰ তুলনাত গালংসকলৰ থকা-মিলা, আচাৰ-ব্যৱহাৰ, নৃত্য-গীত আদিৰ ক্ষেত্ৰত কিছুমান বৈশিষ্ট্য দেখা যায়। গালংসকলৰ ঘৰবোৰ অৱশ্যে চাং-ঘৰ। ঘৰবোৰ টকৌ পাতেৰে ধুনীয়াকৈ ছায়। ঘৰবোৰ চাৰি-চলীয়া। এপাত



জখলাৰে উঠি গৈ অলপ মুকলী ঠাই পোৱা যায়। তাৰ পৰা ঘৰৰ ভিতৰলৈ যাবলৈ এখন দুৱাৰ আছে। ভিতৰ সোমোৱাৰ আগতে সোঁফালে বেৰত পূজাত ব্যৱহাৰ কৰা জন্তুবোৰৰ মূৰ, দাঁত আদি আঁৰি থোৱা পোৱা যায়। ভিতৰত গোটেই ঘৰটো মুকলী ; তাত ভিন ভিন কোঠাৰ ব্যৱস্থা নাই। ভিতৰ সোমায়ে পোৱা বাওঁহাতৰ পিনে থকা ঢাৰিত ঘৰৰ মূল মানুহজন বহে। তেওঁৰ বাওঁফালে মূল মাইকীগৰাকী বহা ঠাই। তেওঁৰ বাওঁহাতৰ ঠাইখিনি আন মাইকী মানুহ আৰু তেওঁলোকৰ বাওঁহাতৰ ঠাই অৰ্থাৎ চতুৰ্থ ভাগটো আলহীসকলৰ কাৰণে। আলহীসকলৰ পিঠিৰ পিনে ঘৰৰ বেৰত গৃহস্থৰ লোক-সকলে চিকাৰ কৰি অনা জন্তুৰ মূৰ, শিং, দাঁত আদি আঁৰি থোৱা হয়। তালৈ মাইকী মানুহ যোৱা নিষেধ। তেওঁলোকে সেই পিনে ওলাই যাব নোৱাৰে। ডাঙৰ পৰিয়ালৰ ঘৰবোৰত মাইকী মানুহ ওলোৱা-সোমোৱা কৰিবলৈ আন এপাত জখলা ঘৰৰ পিছপিনে দিয়া থাকে। ঘৰৰ মুৰব্বীজনৰ পিঠিৰ পিনে ঘৰৰ বেৰত পূজা-পাতলত বলি দিয়া জন্তুবোৰৰ মূৰ, দাঁত আদি আঁৰি থোৱা হয়। সাধাৰণতে ঘৰৰ মাজৰ ডাঙৰ জুইকুৰাত ভাত আদি বন্ধা হয়। পৰিয়ালৰ মানুহ বেছি হ'লে আন ঠাইত জুই ধৰিও ৰান্ধিব পাৰে।



গালং-ঘৰ

গালংসকলৰ মাজত দাস-প্ৰথা আজি কিছুদিন আগলৈকে চলি আছিল। দাসবোৰ কেতিয়াবা কিনি অনা হৈছিল নাইৱা যুদ্ধৰ বন্দীবোৰকো দাসৰূপে ৰখা হৈছিল। গালংসকলৰ মাজত প্ৰচলিত

বাল্য-বিৱাহ-প্ৰথাটোও উল্লেখযোগ্য। কোনো কোনো ক্ষেত্ৰত গৰ্ভ-বিৱাহ-প্ৰথাৰো সন্দেহ পোৱা যায়। অৰ্থাৎ মাতৃৰ গৰ্ভতে সন্তানৰ বিৱাহ মাক-বাপেকে স্থিৰ কৰে (বৰ্তমান সময়ত এইবোৰ প্ৰথা আঁতৰাবলৈ যত্ন চলিছে)। গালংসকলৰ মাজত বহুপত্নী আৰু বহুপতি-প্ৰথাও প্ৰচলিত। কেইবাজনো ভাই-ককাইৰ মাজত এগৰাকীক পত্নীৰূপে বিয়া কৰাব পাৰে। যিজনৰ নামত বিয়া হয় ল'ৰা-ছোৱালীবোৰ তেওঁৰ। ল'ৰাৰ ভিতৰত ডাঙৰটো সম্পত্তিৰ অধিকাৰী হয়। সৰুটোৱে ঘৰটো পায়। বিৱাহ-বিচ্ছেদ-প্ৰথাও তেওঁলোকৰ মাজত আছে।

মানুহ মৰিলে গালংসকলে পোতে। সৰুবোৰক ঘৰৰ ওচৰত আৰু ডাঙৰবোৰক গাওঁৰ ওচৰৰ এঠাইত পোতা হয়। সৰুবোৰৰ ভিতৰত অতি মৰমৰ হ'লে ঘৰৰ তলতো পুতিব পাৰে। পুতি থোৱা ঠাইডোখৰত মৃতজনে ভাল পোৱা খোৱা-লোৱা বস্তুবোৰ কিছুদিন-লৈকে দি থাকে। ডাঙৰ মানুহৰ ক্ষেত্ৰত পুতি থোৱা ঠাইৰ ওচৰত বেতৰ সৰু সৰু টুকুৰা কাটি জীৱিত অৱস্থাত তেওঁ যিমানবোৰ পহু মাৰিছিল তাৰ লেখৰ নিৰ্দেশ হিছাপে আঁৰি থোৱা হয়। গালং-সকলৰ বেমাৰ-আজাৰ, শুভাশুভ লক্ষণ আদিৰ উপলক্ষত পূজা দিয়া নিয়ম আছে। সেইবোৰত কুকুৰা, গাহৰি, মেথোন, গৰু, ছাগলী আদি বলি দিয়া হয়। কি পূজাত কি বস্তু বলি দিব লাগিব তাক মঙল চাই নিৰ্ধাৰণ কৰা হয়। কণী, কুকুৰাৰ পোৱালিৰ কলিজা নাইৱা গাহৰিৰ কলিজা কাটি মঙল চোৱা হয়।

আলঙৰ মাটি বৰ সাৰুৱা বুলি ক'ব পাৰি। তাৰ পৰ্বত-পাহাৰৰ গছ-গছনিবোৰলৈ লক্ষ্য কৰিলেও এনে ধাৰণা জন্মে। গালংসকলে সাধাৰণতে ঝুম-খেতি কৰে। আজি-কালি পানী-খেতিও কৰিবলৈ লৈছে। ধান-খেতি তাত ভাল হয়। তাৰ বাহিৰেও গম-ধান, আলু, বেঙেনা, জলকীয়া, মিঠা আলু আদি সকলোৰে খেতি হয়। হাবিত মূল্যৱান গছ-গছনি আছে। জন্তুৰ ভিতৰত হৰিণা বেছিকৈ



পোৱা যায়। ডাঙৰ ডাঙৰ বাঘো আছে। বাঘ মাৰিবলৈ তেওঁলোকে কাঁড়ৰ আগত এবিধ গছৰ গুটি বাটি কৰা বিহ ব্যৱহাৰ কৰে।

গালংসকলৰ সামাজিক জীৱন বৰ শৃঙ্খলাপূৰ্ণ। এইখিনিতে বিশেষভাৱে উল্লেখযোগ্য হৈছে তেওঁলোকৰ 'কেবাং' অনুষ্ঠানটো। ই হৈছে "ৰাইজে গোট খাই সমাজৰ দোষ আৰু অপৰাধবোৰৰ সুবিচাৰ কৰা, খেতি-বাতি, আলি-পদূলি সজা, বেমাৰ-আজাৰ পূজা-পাতলৰ কাৰণে সুব্যৱস্থা কৰা এটা সমিতি।" কেবাঙত সকলো ধৰণৰ ওজৰ-আপত্তিৰ বিচাৰ হ'ব পাৰে। গাওঁৰ সকলো মানুহে কেবাঙৰ আলোচনাত যোগদান কৰিব পাৰে। ল'ৰা-বুঢ়া, মতা-মাইকী সকলোৰে কেবাঙত অংশ গ্ৰহণ কৰাৰ অধিকাৰ আছে। অপৰাধীৰ পৰা জৰিমনা লোৱাটো কেবাঙৰে এটা নিয়ম। কোনো অপৰাধী জৰিমনা দিবলৈ অক্ষম হ'লে তেওঁৰ সম্বন্ধীয় লোকে দিব লাগিব। সম্বন্ধীয় লোক নাথাকিলে সম্পত্তি দিব লাগিব। সম্পত্তি নাথাকিলে আনৰ ঘৰত কাম কৰি হ'লেও জৰিমনা দিবই লাগিব। জৰিমনা ২৫ টকাৰ পৰা ৫,০০০ টকা পৰ্যন্ত হ'ব পাৰে। দোষীক শাস্তি দিয়া ব্যৱস্থাও আছে। তাৰে এটা হৈছে কুন্দা (লেপা) দিয়া ; অৰ্থাৎ গছৰ ডাঙৰ টুকুৰা এটা খুলি তাত ভৰি সুমুৱাই থৈ দিয়া। মাইকী মানুহৰো এনে শাস্তি হ'ব পাৰে।

গালংসকলে ঘৰ-সজা বস্তুবোৰ কৃষ্ণপক্ষতে কাটি-মেলি যোগাৰ কৰি থয়। বাৰৰ কোনো ভাল-বেয়া নাই। মানুহ মৰিলে সৰু হ'লে তিনি ৰাতি আৰু ডাঙৰ হ'লে পাঁচ ৰাতিৰ পিছত শুদ্ধি-পূজা হয়। সন্তানৰ জন্মৰ সময়ত মাকক ঘৰৰ ভিতৰতে এক নিৰ্দিষ্ট ঠাইত ৰখা হয়। সন্তান জন্মাৰ পাঁচ ৰাতিৰ পিছত আগৰ ঠাইলৈ আহে। সন্তান ভূমিষ্ঠ হোৱাৰ লগে লগে এটা নাম দিয়া হয়। পিছত তিনি ৰাতি বা পাঁচ ৰাতিৰ পিছত আছল নাম ৰখা হয়। সেইটো পিছলৈ ৰৈ যায়। গালংসকলৰ মাজত প্ৰচলিত এটা অতি আকৰ্ষক নৃত্য

হৈছে পন্থ-নৃত্য। মূলতে ই পূজাৰ লগত সংশ্লিষ্ট নাচ আছিল। আজি-কালি আনন্দ, সম্ভাষণ, বিদায় আদি উপলক্ষতো এই নাচ নচা হয়। ইয়াত হাতত তৰোৱাল এখন ওপৰলৈ কৰি খুলি লৈ জোকাৰি জোকাৰি এজন লোকে কোনো কাহিনী বৰ্ণনা কৰি গাই যায় আৰু তেওঁৰ চাৰিওফালে বৃত্তাকাৰে ঘূৰি ঘূৰি ছোৱালীবোৰে দোহাৰি নাচি নাচি গীত গায়। মাজে মাজে দৰ্শকমণ্ডলীৰ মাজৰ পৰা একোজনক তেওঁলোকে আহি নাচিবলৈ লৈ যায়। এই নৃত্যৰ দ্বাৰা অতি কম সময়ৰ ভিতৰতে তেওঁলোকে সকলোকে আপোন কৰি তোলে। এই নৃত্যৰ সমতুল্য তেওঁলোকৰ নিজৰ ভিতৰতে অনুষ্ঠিত (কোনো শুভ কাৰ্য সংক্ৰান্তত) আন এটা নৃত্য হৈছে 'নিতম্'। ইয়াত প্ৰবাদমূলক কাহিনী কিছুমান বৰ্ণনা কৰা হয়। ইয়াৰ ভাষা পৰম্পৰা অনুযায়ী চলি অহা প্ৰাচীন ভাষা।

### গালং-কৃষি-উৎসৱ 'মপিন'

ছিয়াং সীমান্তত বাস কৰা গালং লোকসকলৰ মাজত অনুষ্ঠিত এটা বিশিষ্ট কৃষি-উৎসৱ হৈছে 'মপিন-উৎসৱ'। মপিন শব্দ ধন আৰু সমৃদ্ধিসূচক। এই উৎসৱটো পালন কৰিলে কোনো পৰিয়ালৰে কোনো বিপদ-বিঘিনি নহ'ব, যিটো বছৰত মপিন-উৎসৱ পালন কৰা হ'ব সেই বছৰটোত স্বাস্থ্যৱান সতি-সন্ততিয়ে জন্ম গ্ৰহণ কৰিব আদি ধাৰণা গালং-সমাজত আছে (ভাল শস্য আৰু স্বাস্থ্যৱান জন-উৎপাদন সকলো কৃষি-উৎসৱৰ অন্তৰ্নিহিত লক্ষ্য আছিল)।

ছিয়াং সীমান্তৰ পৰ্বতমালাৰ বুকুত 'এন্দিশ্বিকা' গছত ফুল ফুলিলে মপিন-উৎসৱ পতাৰ সময় উপস্থিত হয় (চ'তে গই গই বহাগ পালে আৰু ভেবেলী লতা ফুলিলে, অসমীয়াৰ বহাগৰ বিহুৰ কথা মনত পৰে)। মাৰ্চ-এপ্ৰিল মাহতে সাধাৰণতে 'এন্দিশ্বিকা' গছ ফুলে। এনে সময়ত ঝুম-খেতিৰ বীজ-ৰোপণ কাৰ্যৰ সামৰণি পৰে। পানী-খেতি কৰাৰ সময় আহে। এনে সময়তে শস্যৰ সুফল কামনা কৰি,



শস্যৰ অধিষ্ঠাত্ৰী দেৱী 'মপিন'ক উপাসনা কৰিবলৈ পাতে মপিন-উৎসৱ। এই উৎসৱ পাঁচ-ছয় দিন ধৰি পালন কৰা হয়। কিন্তু উৎসৱৰ প্ৰাৰম্ভিক কাৰ্য কিছুদিন আগৰ পৰা চলে। প্ৰাৰম্ভিক কাৰ্যৰ ফলাফল অনুযায়ী কেতিয়াবা মপিনৰ পৰিৱৰ্তে 'মাৰি' উৎসৱো পতা হয়। মপিন-দেৱতাৰ নামত গাহৰি কাটি পতা উৎসৱক মাৰি উৎসৱ বোলে। ইয়াক প্ৰত্যেক বছৰে পাতিব পাৰে। মপিন প্ৰত্যেক বছৰে পালন কৰা নহ'বও পাৰে। মাৰি-উৎসৱৰ পয়োভৰো মপিন-উৎসৱতকৈ বহুত ক্ষীণ।

সাধাৰণতে সপোন আৰু মঙল চোৱাৰ ওপৰত নিৰ্ভৰ কৰি মপিন-উৎসৱ পতা হ'ব নে নহয় নিৰ্ধাৰণ কৰা হয়। নতুন বছৰটোত মপিন-দেৱী গাৱঁলৈ আহিব নে নাহে মাইকী মানুহে সপোনত দেখে। তেওঁলোকৰ সপোনৰ কথা জনোৱাৰ পাছত গাৱঁৰ ডেকা-বুঢ়া সকলোৱে আলোচনা কৰি কুকুৰাৰ কণী আৰু কুকুৰাৰে মঙল চোৱাৰ ব্যৱস্থা কৰে। এই উদ্দেশ্যে গাৱঁৰ সকলো লোক 'দেৰে'ত (ৰাজহুৱা ঘৰত) উপস্থিত হয়। মঙলৰ ফলাফল অনুযায়ী মপিন গাৱঁলৈ অহাৰ সম্ভাৱনা থাকিলে মপিন-উৎসৱৰ আয়োজন কৰে, নহ'লে মাৰি-উৎসৱ পাতে। মপিন-উৎসৱ পাতিবলগীয়া হ'লে গ্ৰামৱাসীসকল খোৱা-লোৱা বয়-বস্তু সংগ্ৰহৰ কাৰণে ব্যস্ত হৈ পৰে। ইয়াৰ কাৰণে বিশেষকৈ দৰ্কাৰ মাছ, মাংস আৰু গালংসকলৰ পানীয় দ্ৰব্য আপং। মানুহৰ বিশ্বাস যে মপিনৰ কাৰণে আৱশ্যকীয় বস্তুবোৰ বৰ সহজতে সংগ্ৰহ কৰিব পৰা যায়। মাছ, মাংস আদিৰ উপৰিও মপিন আৰু তেওঁৰ লগৰীয়া দেৱ-দেৱীসকলৰ মূৰ্তি সাজিবলৈ দৰ্কাৰ হয় কাঠ, বাঁহ আৰু গছৰ পাতৰ। মপিন আদিৰ মূৰ্তি সাজিবলৈ আৰম্ভ কৰাৰ দিনাখনৰ পৰা পুৰোহিতে (দন্দাই) মন্ত্ৰৰ সুৰত মপিনৰ ইতিবৃত্ত গাবলৈ আৰম্ভ কৰে। মন্ত্ৰ গাই গাই দন্দায়ে মূৰ্তিৰ বেদী পৰিষ্কাৰ কৰোৱায়। পাছত তাৰ ওপৰত পিঠাগুৰি ছটিওৱা হয় আৰু অৱশেষত মাটিত খুঁচি খুঁচি মূৰ্তি প্ৰতিষ্ঠা কৰে।

মপিন দেৱীক সোঁ মাজত ৰাখি তেওঁৰ সোঁ আৰু বাওঁফালে একে শাৰীতে বিভিন্ন দেৱ-দেৱীক প্ৰতিষ্ঠা কৰিব লাগে ( এইখিনিতে হিন্দুসকলৰ পূজাৰ বেদীত পিঠাগুৰি আৰু আন ৰঙীণ গুৰি কিছুমানেৰে সজা মণ্ডলৰ কথা উল্লেখযোগ্য )। বস্তুবোৰ বলি দিয়া সময়তো প্ৰথমতে সোঁফালৰ পৰা বলি দি গৈ মপিন-দেৱীৰ সমুখত থকা মেথোনৰ ওচৰত বৈ যোৱা হয়। তাৰ পাছত বাওঁফালৰ পৰাও তেনেকৈ আহি সৰ্বশেষত মধ্যৱৰ্তী মেথোনজনী বলি দিয়া হয়। তেতিয়া গাৱঁৰ মাইকী মানুহবোৰে তেওঁলোকৰ নিজৰ নিজৰ ভঁৰালৰ পৰা প্ৰতিদিনে খাবৰ কাৰণে ধান উলিয়াই অনা পাত্ৰবোৰ ( দহিগিঙ্কি ) মেথোনৰ তেজেৰে বোলাই পেলায় আৰু মপিন-দেৱীৰ মূৰ্তিৰ পৰা কিছুমান সৰু সৰু অংশ এৰুৱাই আনি দহিগিঙ্কিত সুমুৱাই কাপোৰেৰে ঢাকি ঘৰলৈ লৈ যায়। ইয়াৰ দ্বাৰা প্ৰত্যেক ঘৰলৈ শস্য আৰু সম্পদ কঢ়িয়াই নিয়া হৈছে বুলি ধাৰণা কৰা হৈছে। ( মাঘ বিহুৰ সময়ত মেজি পোৰাৰ পাছত পোৰা কাঠ বা বাঁহৰ টুকুৰাবোৰ লৈ আহি বাৰীত ৰোৱা গছ-গছনিৰ গুৰিত থৈ দিয়া আৰু তাৰ পৰা বেছি ফল লগাৰ বিশ্বাস নামনী অসমত আছে। এইখিনিতে অম্বুবাচীৰ সময়ত কামাখ্যাদেৱীৰ অঙ্গবস্ত্ৰ হিছাপে ৰঙা কাপোৰৰ সৰু সৰু টুকুৰা ঘৰলৈ লৈ অহা প্ৰথাটোও মন কৰিবলগীয়া )। মপিন-উৎসৱত দেৱ-দেৱীৰ নামত গৰু বা ছাগলী কটা নহয়। গালংসকলৰ বিশ্বাসমতে গৰু বা ছাগলী চন্দ্ৰৰ পৰা জন্মা। মেথোন, কুকুৰা, গাহৰি আদিৰ সূৰ্যৰ পৰা উদ্ভৱ হৈছে বুলি তেওঁলোকৰ ধাৰণা ( মপিনৰ লগতে সূৰ্যকো পূজা কৰা হয় )।

সচৰাচৰ দ্বিতীয় দিনাখন মেথোন আৰু আন আন জন্তুবোৰ বলি দিয়া হয়। সিদিনাখনে প্ৰত্যেক ঘৰৰ পৰা একোটাকৈ 'পাত-পিঠা' আনি পূজাস্থলীত থোৱা হয় আৰু সিদিনাখনে গাৱঁৰ ল'ৰা-বুঢ়া, ডেকা-গাভৰু সকলোৱে পৰস্পৰে পৰস্পৰৰ মুখত পিঠাগুৰি সানি আনন্দ উপভোগ কৰে। অৱশ্যে একে পৰিয়ালৰ সম্বন্ধীয়



লোকসকলেৰে সৈতে এনে কৰা নীতি বিৰুদ্ধ। ( এইখিনিতে উত্তৰ ভাৰতৰ ফাকু-উৎসৱলৈ মনত পৰে )। তৃতীয় দিনাখন আন এটা উল্লেখযোগ্য কাৰ্য সম্পাদিত হয়। সিদিনা আগদিনাখন গোটাই থোৱা পিঠাবোৰ সানমিহলি কৰি পেলোৱা হয় আৰু সেইবোৰৰ একোটা বলি দিয়া মেথোনৰ মাংসেৰে সৈতে প্ৰতি ঘৰলৈ পঠিয়াই দিয়া হয়। পিঠা আৰু মেথোনৰ মাংস বিলোৱা সময়ত এইটো কথালৈ বিশেষ লক্ষ্য ৰখা হয় যে ধনী-দুখীয়া সকলোৱে যেন সমান ভাগ পায়। পিঠা আৰু মেথোনৰ মাংস বিলোৱা পদ্ধতিয়ে গালং-সমাজত মানুহৰ সমতাৰ উচ্চ ভাৱৰ জ্বলন্ত চানেকি দাঙি ধৰে।

এই দিনটোৰ পাছৰ পৰা দন্দায়ে এঘৰ এঘৰকৈ গাৱঁৰ প্ৰতিঘৰ গৃহস্থৰ ঘৰত পদাৰ্পণ কৰে। তেওঁৰ লগে লগে যায় আনন্দত মতলীয়া ডেকা-গাভৰুৰ দল। "উৎসৱ-মতলীয়া ডেকা-গাভৰুৱে ইজনে সিজনৰ গাত পিঠাগুৰি সানি নাচি-বাগি দন্দাইৰ লগে লগে যায়"। দন্দাই আৰু তেওঁৰ দলৰ সকলোকে প্ৰতিঘৰ গৃহস্থই পাৰ্যমানে খুৱাই-বুৱাই অতিথি-সৎকাৰ কৰে। ইপিনে 'দেৰে'তো সমজুৱাভাৱে খোৱা-বোৱা চলি থাকে। দন্দায়ে সকলো মানুহৰ ঘৰলৈকে যাবলৈ যত্ন কৰে। কোনো ঘৰত যদি কাৰবাক সাপে খোটে, নতুনকৈ মানুহ মৰে বা যি কোনো কাৰণত তিৰোতাৰ ৰক্তস্ৰাৱ হয়, তেতিয়া হ'লে সেই ঘৰৰ ভিতৰলৈ নোসোমাই ঘৰৰ সমুখত থিয় দি তলৰ পৰাই মন্ত্ৰ গাই গৃহস্থক আশীৰ্বাদ দিয়ে আৰু মপিন-দেৱীক প্ৰাৰ্থনা জনায় যাতে তেওঁ অনা সা-সম্পত্তিবোৰৰ সমান অংশ সেই ঘৰেও পায়। ( এই প্ৰথাটো হুচৰি-প্ৰথাৰ প্ৰায় সম পৰ্যায়ৰ )।

এনেকৈ খোৱা-লোৱা, আনন্দ-উৎসৱৰ মাজেদি মপিন-উৎসৱ পাৰ হৈ যায়। শেষৰ দিনাখন দন্দায়ে এটা বাঁহৰ চুঙাত আপং ভৰাই লৈ প্ৰত্যেক দেৱ-দেৱীৰ মূৰত ঢালি ঢালি তেওঁলোকে অনা সা-সম্পত্তিবোৰ গাওঁৱাসীসকললৈ এৰি থৈ 'দিমি জামেৰ'-লৈ উভতি

যাবলৈ অনুৰোধ জনায় ; গাৱঁত যাতে বেমাৰ-আজাৰ নহয় তাৰ প্ৰতিও যেন মপিন-দেৱীয়ে করুণাৰ দৃষ্টিৰে চায়। দন্দায়ে কৰা শেষ উপাসনাৰ লগে লগে মপিন-উৎসৱৰ সামৰণি পৰে। পাছত আটাইবোৰে লগ লাগি গাৱঁৰ পৰা আঁতৰত মপিন-দেৱীক বিদায় দি গুচি আহে। নতুন বছৰৰ বাবে সুফল শস্য কামনা কৰি, শস্য-উৎপাদনৰ বাবে নতুন শক্তি বিচাৰি আৰু সকলোৰে মঙ্গল-কামনাৰে অনুষ্ঠিত এয়ে গালং-সমাজৰ অতি প্ৰিয় মপিন-উৎসৱ। অসমীয়াৰ বিহুৰ নিচিনা এই উৎসৱক আজি-কালি গালংসকলৰ মাজত মৰম-চেনেহ আৰু ঐক্যৰ উৎসৱ হিছাপেও পালন কৰিবলৈ চেষ্টা চলোৱা দেখা গৈছে। অৰ্থাৎ মপিন-উৎসৱৰো লাহে লাহে আধুনিক পৰ্যায় আৰম্ভ হৈছে।

## মিএঃং

পাঙ্‌কেন আলঙৰ ওচৰৰ এখন গাওঁ। ইয়াত মিএঃংসকলে বাস কৰে। গালং আৰু মিএঃংসকলৰ মাজত সাদৃশ্য আৰু বৈসাদৃশ্য দুয়োটা আছে। গালংসকলৰ নিচিনা এওঁলোকৰো ঘৰ-সজা-পদ্ধতি একে। গালঙৰ মাজত ডেকা-চাং বা গাভৰু-চাং নাই। কিন্তু মিএঃংসকলৰ মাজত আছে। মিএঃংসকলৰ মতা-মাইকী উভয়ে চুলি কাটে আৰু গাল, থুঁতৰি, ভৰি আদিত দুডাল আঁচৰ একোটা চিন আঁকি লয়। তেওঁলোকে ইয়াক সৌন্দৰ্যবৰ্ধক বুলি বিবেচনা কৰে। ডেকা-গাভৰুৱে বিয়াৰ আগতে একে চাঙত থকা নিয়ম এওঁলোকৰ মাজত আছে। এনেকৈ থকাৰ পৰা ডেকা-গাভৰুৰ মাজত ভাল পোৱা ভাৱৰ সৃষ্টি হ'লে ল'ৰাৰ মাক-বাপেকে কইনাৰ ঘৰত সোধা-পোছা কৰি বিয়া পাতে। এই ক্ষেত্ৰত ধনী-দুখীয়াৰ কোনো প্ৰশ্ন নুঠে। ধনীয়ে দুখীয়াৰ ছোৱালী আৰু দুখীয়াই ধনীৰ ছোৱালী বিয়া কৰাব পাৰে। বিয়াৰ পিছত ছোৱালী ল'ৰাৰ ঘৰত থাকে। বহুপত্নী-গ্ৰহণ-প্ৰথা আছে যদিও মিএঃংসকলৰ মাজত বহু-



পতি-প্ৰথা নাই। বিৱাহ-বিচ্ছেদ আছে। মতাজনে এৰিলে একো দিব নালাগে। মাইকীজনীয়ে এৰিলে তেওঁ যাক বিয়া কৰায় তেওঁ জৰিমনা ভৰিব লাগে। আগতে এওঁলোকৰ মাজতো দাস-প্ৰথা আছিল। মিএঃং তিৰোতাসকল ভাল বোৱনী। তেওঁলোকে কৰা জিম-কাপোৰ বিখ্যাত।

মানুহ মৰিলে এওঁলোকে পোতে। খোৱা-লোৱা বস্তু বছৰেকীয়া পূজা 'উনিঙ'ৰ দিনলৈকে দি থাকিব লাগে। অপঘাতীৰ মৰা শ সচৰাচৰ মৰা শ পোতা ঠাইত নথৈ কোনোৱে নেদেখা ঠাইত পুতি থোৱা হয়। এওঁলোকে ঘৰৰ চাঙত সাপ উঠাটো অমঙ্গলৰ চিন বুলি বিশ্বাস কৰে। পূজাৰ বাবে এওঁলোকৰ কোনো নিৰ্দিষ্ট দিন-বাৰ নাই। সামূহিক পূজাৰ আগতে গাওঁৱাসীসকলে একেলগ হৈ হাবিত চিকাৰ কৰিবলৈ যোৱা নিয়ম। চিকাৰ নোপোৱালৈকে পূজা আৰম্ভ নহয়।

## সুৱণশিৰীৰ সোণ

সুৱণশিৰীৰ সদৰ ঠাই হাপলি। ইয়াৰ ওচৰতে আপাটানি-সকলৰ বাসস্থান। পৰ্বতীয়া লোকসকলৰ ভিতৰত আপাটানি-সকলেই একে ঠাইতে একেলগে ডাঙৰ গাওঁ পাতি বাস কৰি আছে। এওঁলোক পৰ্বতৰ বেছি ওখ ঠাইত থকা নাই। এওঁলোকৰ প্ৰধান খেতি পানী-খেতি। এই খেতি কৰাৰ পদ্ধতিও এওঁলোকৰ স্বকীয়া। পৰ্বতীয়া নলা, জান, জুৰি আদিৰ পৰা বৈ অহা পানীক খেতি-পথাৰত আলি বান্ধি আৰু দৰ্কাৰ হ'লে বাঁহৰ নলাৰে এঠাইৰ পৰা আন ঠাইলৈ বোৱাই নিয়া পদ্ধতি অতি পুৰণি কালৰ পৰা চলি আছে। চৰাই-চিৰিকতি আৰু জীৱ-জন্তুৰ অত্যাচাৰৰ পৰা খেতি-পথাৰক ৰক্ষা কৰিবলৈ সজা টঙি (পুদিপুলি) এওঁলোকৰ তাতো আছে। এওঁলোকৰ ঘৰবোৰ বাটৰ দুই ফালে লগালগীকৈ দুশাৰীকৈ সজোৱা (আন পৰ্বতবাসীসকলৰ এনে নহয়)। প্ৰত্যেক ঘৰৰ

মানুহৰ মাটিৰ সীমা আছে। খেতি-পথাৰ আৰু বাঁহনি-বাৰীৰো প্ৰত্যেকৰে সীমা আছে। সেইবোৰ বাঁহেৰে ভালদৰে বেৰ দি ৰখা হয়। আপাটানি গাওঁ কেইখনমানৰ নাম হ'ল ঃ ডুটা, হিজা, হাৰি, হং আদি। ইয়াৰ ভিতৰত হং গাওঁখনেই আটাইতকৈ ডাঙৰ গাওঁ। হাপলি, হিজা, হং, হাৰি আদি শব্দৰ ধ্বনিগত সাদৃশ্য মন কৰিবলগীয়া।

## আপাটানিসকল

আপাটানি শব্দটোৰ অৰ্থ ব্যাখ্যা কৰি এজনে কৈছিল আপ্পা মানে মৰমৰ। টানি মানে তেওঁলোকৰ আদি-পুৰুষজন। অৰ্থাৎ মৰমৰ আদি-পুৰুষজনৰ বংশধৰ স্বৰূপে এওঁলোকে নিজকে আপাটানি বুলি পৰিচয় দিয়ে। এওঁলোকৰ ঘৰবোৰ দুচলীয়া চাং-ঘৰ। চাঙৰ ওপৰত সন্মুখ আৰু পিছপিনে অলপ মুকলী ঠাই আছে। তাৰ চাৰিওফালে বাঁহৰ ৰেলিং দিয়া (আপাটানি ঘৰবোৰৰ এইটো বিশেষত্ব)। ঘৰবোৰ আগতে ধান-খেৰেৰে ছাইছিল। এতিয়া বাঁহৰ চঁছালি আৰু কাঠৰ সৰু অথচ দীঘল তক্তাৰেও ছায়। ঘৰৰ ভিতৰখন খোলা। কিছুমান লোকৰ নিচিনা মতা আৰু মাইকী মানুহৰ কাৰণে দুখন দুৱাৰ বা দুখন জখলা নাই। ঘৰৰ ভিতৰত একোখন জুহাল আছে। আলহীসকলক একেবাৰে ঘৰৰ ভিতৰৰ জুহালৰ গুৰিলৈ লৈ যোৱা হয়। তাত বহুৱাই পানীয় দ্ৰব্য 'অ', সিজোৱা কণী বা জুইত পোৱা মাংস আদিৰে অভ্যৰ্থনা কৰা হয়।



আপাটানি-ঘৰ



আপাটানিসকলৰ মাজত খেল-বিভাগ (উৰু) আছে। তাৰ মাজত উচ্চ-নিম্ন ভাগ থকা বুলিও জনা যায়। প্ৰত্যেক খেলৰ সামূহিক কাম-কাজৰ আলোচনা আৰু বিচাৰ আদিৰ বাবে বাটৰ ওচৰত ডাঙৰ ডাঙৰ তক্তাৰে সজোৱা চাং একোখন থাকে। ইয়াৰ নাম 'লাপাং'। ইয়াৰ ওচৰত ওখ কাঠৰ খুঁটা এটা পোতা থাকে। তাৰ মূৰত ৰছী লগাই মাৰ্চ মাহৰ সময়ত গাৱঁৰ ল'ৰাবোৰে তাত ওলমি ওলমি দেখুওৱা খেল (বব) আপাটানিসকলৰ নতুন কথা। এই 'বব'ডাল সচৰাচৰ 'লাপাঙ'ৰ ওচৰতে থাকে। আন ঠাইতো পুতিব পাৰি। কিন্তু এবাৰ য'ত পোতা হৈছে তাতে সদায় পুতিব লাগিব। 'বব'-খেল সাধাৰণতে আপাটানিসকলৰ সামূহিক পূজা আৰু উৎসৱ 'ম্যাক বা ম্লক'ৰ সময়তহে খেলা হয়। পিছত কোনোবাই এই খেল খেলিলেও ৰং-তামাছা কৰা নহয়।

## আপাটানিৰ পূজা-উৎসৱ

ম্যাক-পূজা মাৰ্চ মাহৰ ভিতৰত হয়। ইয়াত কোনো নিৰ্দিষ্ট দিন নাই। মাৰ্চ মাহত 'তাকুম্' নামৰ এবিধ গছৰ ফুল ফুলি তলত সৰি পৰিবলৈ ধৰা সময়তে এই উৎসৱ অনুষ্ঠিত হয়। কঠীয়া ভাঙি পথাৰত ধান ৰোৱাৰ আগতে এই উৎসৱ সম্পন্ন হয়। পূজাৰ পিছৰ পৰা মানুহবোৰ খেতিৰ কাৰণে ব্যস্ত হৈ পৰে। এই পূজাত বিশেষকৈ গাহৰি, কুকুৰা আদি দিয়া হয়। পূজা কেইবাদিনো চলে। এই পূজা যদি এবাৰ এখন গাৱঁত হয়, আনবাৰ আন এখন গাৱঁত হ'ব। কেতিয়াবা এখন গাৱেঁ আৰু কোনো কোনো সময়ত দুই-তিনিখন গাওঁ লগ লাগিও ম্যাক-পূজা পাতে। যিখন গাৱঁত পূজা হয় সেইখন গাৱঁৰ মানুহে সেই কেইদিন খৰি-কটা বা খেতি-বাতিৰ কাম নকৰে। পূজাৰ আৰম্ভণিৰ পৰাই বব-খেল চলে।

আপাটানিসকলৰ আন এটা উল্লেখযোগ্য পূজা হ'ল 'মৰং'পূজা। এই পূজা জানুৱাৰী মাহত অনুষ্ঠিত হয়। ই ব্যক্তিগত পূজা।

সচৰাচৰ ধনী মানুহে এই পূজা পাতে। ইয়াত মেথোন আৰু গৰু দিব লাগে। পূজাৰ পিছত মেথোনৰ মাংস গাৱঁৰ সকলোকে বিলাই দিয়াটো নিয়ম। মঙল চাই পূজা পতা হয়। পূজাৰ দিন নিৰ্ধাৰিত হ'লে পোন্ধৰ দিনমান আগৰে পৰা গাৱঁৰ ল'ৰাবোৰে কাঠ-খৰি গোটাই যিজনৰ ঘৰত পূজা হ'ব তাত জমা কৰে। খৰিবোৰ পূজাৰ লগতে খোৱা-বোৱা কামত খৰচ হয়। পূজাত মেথোন আদি কটাৰ আগতে পুৰোহিতে লাপাঙৰ ওপৰত উঠি মন্ত্ৰ মাতে আৰু গৃহস্থৰ মতা-মাইকী উভয়ে বলিৰ শিঙত পিঠাগুৰি ঘঁহি দিয়ে। এই পূজাও কেইবাদিনো চলে। পূজা শেষ হোৱাৰ আগতে গাৱঁৰ ল'ৰা আৰু ডেকাবোৰে বগা কাপোৰ আৰু মণি পিন্ধি গাওঁখন প্ৰদক্ষিণ কৰে। তেওঁলোকৰ লগত দুজন পুৰোহিতে মন্ত্ৰ মাতি ফুৰে। বাকীবোৰে 'হো হো' শব্দ উচ্চাৰণ কৰে। তাৰ মাজত ধেমেলীয়া লোক দুই-এজন থাকে। গোটেই গাওঁখন ঘূৰি আহি পূজাৰ গৰাকীৰ ঘৰত উপস্থিত হোৱাসকলক গৰাকীয়ে মাংসেৰে অভ্যৰ্থনা কৰিব লাগে। পূজাৰ দিনাখন গাৱঁৰ ছোৱালীবোৰে এটা বিশিষ্ট জোখৰ পাত্ৰত পূজাৰ গৃহস্থৰ ঘৰত গৈ চাউল দিব লাগে। ল'ৰাবোৰে চাউলৰ বাহিৰে আন বস্তু সহায় হিছাপে দিয়ে। দুখীয়া মানুহেও বিশেষ বেমাৰ-আজাৰ হ'লে মঙল চোৱা অনুসৰি মৰং-পূজাৰ ব্যৱস্থা দিলে পূজা অনুষ্ঠিত হ'ব পাৰে।

পথাৰত ধান ৰোৱাৰ পিছত জুন মাহত শস্যৰ মঙ্গল কামনা কৰি অৰ্থাৎ শস্যবোৰ যাতে পোকে নাখায় আৰু ভাল শস্য হয়, এই মানসেৰে আন এবিধ পূজা কৰা হয়। ইয়াৰ নাম 'দ্ৰি'। ১৯৬৭ চনৰ পৰা এই পূজা জুন মাহৰ এটা নিৰ্দিষ্ট দিনত ( ২২, ২৩ জুন ) পতা নিয়ম হৈছে। ২২ তাৰিখ পূজা হ'ব আৰু পিছ দিনাখন খেল হ'ব। খেলৰ ভিতৰত মাল-যুঁজ, ওখ জাপ আদি প্ৰধান। ইয়াৰ লগতে ছোৱালীবোৰে দুটা দল হৈ গীতৰ মাধ্যমেৰে ধেমালি কৰে। খেলৰ দিনাখন তিয়হ খোৱা নিয়ম। পূজাৰ



দিনাখন পুৰোহিতে খেতি-পথাৰৰ চাৰিওফালে ঘূৰি উচ্চস্বৰে শস্যৰ অপদেৱতাবোৰক খেদি শস্যৰ মঙ্গল-কামনাৰে মন্ত্ৰ মাতে। এই পূজাত কুকুৰা আৰু কণীহে লাগে। 'দ্ৰি'-পূজাৰ মূৰ্তি স্বৰূপে চাৰি-ডালমান ডাল-পাতেৰে সৈতে দীঘল বাঁহ এঠাইত পুতি থোৱা হয়। ইয়াৰ নাম 'দ্ৰি আগ্যাঙ্'।

এইবোৰৰ বাহিৰেও 'শুভাশুভ, বেমাৰ-আজাৰ আদি নানা উপলক্ষত কৰা ঘৰুৱা পূজা বহুতো আছে। সেইবোৰ পূজাৰ পিছত যি ঘৰত পূজা হয় তাত আন মানুহ সোমোৱা নিষেধ। তাৰ চিন স্বৰূপে চাঙৰ প্ৰৱেশ-দ্বাৰত কেতিয়াবা এডাল আৰু কেতিয়াবা দুডাল কাঠ বান্ধি থোৱা হয়। লাপাং নতুনকৈ সজাবলৈ হ'লে সূৰ্য-দেৱতাৰ ( দানি আগ্যাঙ্ ) পূজা কৰা হয়।

## আচাৰ-পদ্ধতি

আন পৰ্বতবাসীসকলৰ মাজত আপাটানিসকলক সহজতে চিনিব পাৰি; কাৰণ এওঁলোকৰ মতা মানুহ হ'লে থুঁতৰিত এডাল সেউজীয়া ৰঙৰ ৰেখা থাকে। সৰুতে কেইবাবিধো বস্তুৰে কৰা ৰং এবিধ কাঁইটেৰে বিন্ধাই বিন্ধাই হেনো এই ৰেখা আঁকা হয়। ছোৱালী বা মাইকী মানুহৰ থুঁতৰিত এনে ৰেখা চাৰি-পাঁচডাল থাকে। তেওঁলোকৰ নাকৰ পৰা নাকৰ ওপৰেদি কপালৰ মাজেদি চুলিৰ গুৰিলৈকেও এডাল দীঘল ৰেখা আঁকা হয়। তেওঁলোকৰ আকৌ নাকৰ পাহি দুটাত ডাঙৰ বিন্ধা কৰি কাঠৰ ক'লা ঠিলা সুমুৱাই ৰখা হয়। এনে কৰাৰ কাৰণ হিছাপে কোনো কোনোৱে কয় যে অতীতত আন পৰ্বতীয়া লোকে বিশেষকৈ নিচিসকলে আপাটানি তিৰোতা আৰু পুৰুষক ধৰি নি মাইকী আৰু দাসৰূপে ৰাখিছিল। যাতে তেনে কৰিব নোৱাৰে তাৰ চিন-স্বৰূপে এনে কৰা হ'ল।

আপাটানিসকলৰ কেঁচুৱা জন্মিলে গাওঁ আৰু আন ঠাইৰ সম্বন্ধীয় মাইকী মানুহবোৰ আহে। তেওঁলোকে লগত ভাত-মাংস আদি

খোৱা বস্তু লৈ আহি সেই ঘৰতে খোৱা-বোৱা কৰে। কেঁচুৱা জন্ম ঘৰতো খোৱা-বোৱাৰ আয়োজন কৰা হয়। এই কাম দহ দিনলৈকে চলে। মাক আৰু কেঁচুৱা এই কেইদিন ঘৰৰ বাহিৰলৈ ওলাব নোৱাৰে। মাকে কোনো কাম নকৰে। কেঁচুৱাক বাহিৰলৈ উলিওৱাৰ আগতে মূৰৰ মাজত অলপ চুলি ৰাখি বাকীখিনি খুৰাই পেলায়। ছয়-সাত বছৰলৈকে এনেদৰে চুলি খুৰাই থাকে। তাৰ পিছত চুলি ৰাখে।

আপাটানিসকলৰ একে খেলৰ ভিতৰত বিয়া হ'ব নোৱাৰে। মাক-বাপেকে ল'ৰা-ছোৱালীৰ শিশু-কালতো বিয়াৰ বন্দবস্ত কৰিব পাৰে। প্ৰথম ল'ৰাৰ বিয়াৰ পিছত মাক-বাপেকে নিজৰ ঘৰটো এৰি দি বেলেগ ঘৰত থাকিব নাইৱা পুতেক-বোৱাৰীয়েকক নতুন ঘৰ সাজি দিব লাগিব। দুই-তিনিটা ল'ৰা থাকিলে তেনেকৈ ক্ৰমান্বয়ে আকৌ ঘৰ সলাব। শেষৰটো ল'ৰাৰ বিয়াৰ সময়ত ইচ্ছা কৰিলে মাক-বাপেক ল'ৰাৰ লগতো থাকিব পাৰে। ধনী মানুহে কেইবা-গৰাকী বিয়া কৰাব পাৰে। বহুপতি-প্ৰথাৰ অৱশ্যে প্ৰচলন নাই। বিয়াৰ বাবে ছোৱালীৰ ঘৰক মেথোন দিব লাগে। উপযুক্ত কাৰণত বিৱাহ-বিচ্ছেদৰ ব্যৱস্থা আছে। বিৱাহ-বিচ্ছেদৰ পিছতো মাইকীয়ে আনৰ লগত বিয়া সোমাব পাৰে। এওঁলোকৰ মাজত ডেকা-চাং বা গাভৰু-চাং নাই। (বৰ্তমান সময়ত শিক্ষিত ডেকাবোৰে পুৰণি কিছুমান নীতি-নিয়মৰ বিৰোধিতা কৰিবলৈ আৰম্ভ কৰিছে)।

মানুহ মৰিলে আপাটানিসকলৰ পোতাটোহে নিয়ম। সৰু-ডাঙৰ সকলোৰে মৰা শ পুতি থোৱা হয়। পুতিবৰ কাৰণে এখন সুকীয়া ঠাই বা মৰিশালি আছে। কোনোৱে ইচ্ছা কৰিলে নিজৰ শাক-পাচলিৰ বাগানতো পুতিব পাৰে। মৰা শটোৰ গাত মাটি পৰিব নোৱৰাকৈ বাঁহ আৰু কাঠেৰে ঢাকি দিয়া হয়। মৰা পুতিবলৈ প্ৰত্যেক বংশৰ একোজন নিৰ্দিষ্ট লোক থাকে। তেওঁৰ মৃত্যুৰ সময়ত তেওঁৰ ল'ৰাই তেওঁক পুতিব। ইচ্ছা থকাজনে মৰাজনৰ



লগত কাপোৰ-কানি, দেৱঘণ্টি, অ আদি দিব পাৰে। মৰাৰ পিছত শটো ৰাখি থোৱা নিয়ম আছে। মৰা শ ঘৰত থাকিলেও ঘৰৰ মানুহবোৰে খোৱা-বোৱা কৰে। মৰিশালিলৈ যাওঁতে নিস্তব্ধভাৱে শৱ-যাত্ৰা কৰা হয়। মৰাৰ দিনাখন মেথোন, গৰু আদি কাটি পূজা দিয়া হয় আৰু পোতা ঠাইৰ ওপৰত দীঘল বাঁহ পুতি মাজত মেথোনৰ মূৰটো আঁৰি থোৱা হয়। সাপ এওঁলোকৰ বাবে অমঙ্গলসূচক।

বিবিধ পূজা-পদ্ধতি, উৎসৱ-পৰ্ব আৰু সামাজিক সুব্যৱস্থাসম্পন্ন আপাটানিসকলৰ মাইকী মানুহবোৰ কৰ্ম-পটু। ভৈয়ামৰ লোক সকলৰ নিচিনা এওঁলোকৰ উৰল, কুলা, উখা, চেৰেকি আদিৰ ব্যৱহাৰ আছে। পূজাত ব্যৱহাৰ কৰা মেথোন, গৰু আদিৰ শিংবোৰ ঘৰৰ বেৰত এফালে আৰু চিকাৰ কৰি অনা জন্তুৰ শিং আদি আন পিনে আঁৰি থোৱা প্ৰথা এওঁলোকৰো আছে।

## বিচাৰ

গাৱঁৰ কাজিয়া-পেচালৰ মীমাংসা কৰিবলৈ নাইৱা কোনো অপৰাধীৰ শাস্তি বিধান কৰিবলৈ আপাটানিসকলৰ সুব্যৱস্থা আছে। বিচাৰকসকলৰ ভিতৰত প্ৰথমতে 'বুল্যাঙ্' সকলৰ নাম ল'ব লাগিব। এওঁলোক গাৱঁৰ আটাইতকৈ সন্মানিত ব্যক্তি। এজন বুল্যাঙৰ মৃত্যুৰ পিছত তেওঁৰ পুতেক বুল্যাঙ হোৱা নিয়ম। যদি কাৰবাৰ পুত্ৰ-সন্তান নাথাকে, তেতিয়াহ'লে তেওঁৰ ভায়েক সেই পদত অধিষ্ঠিত হ'ব। ডাঙৰ গাৱঁত কেইবাজনো বুল্যাঙ্ থাকে। তেওঁলোকক সহায় কৰিবলৈ গাৱঁৰ উপযুক্ত, আনৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পৰা ক্ষমতা থকা যেন লোক কেইজনমানক বুল্যাঙ্সকলে বাছি লয়। তেওঁলোকক 'মিহা' বোলে। মিহাসকলৰ সংখ্যা বুল্যাঙ্সকলৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে। কোনো কাৰণবশতঃ দুই পক্ষৰ মাজত কাজিয়া লাগিলে কোনো বুল্যাঙে যদি হাতত একো অস্ত্ৰ-শস্ত্ৰ

নোলোৱাকৈয়ে সোমাই কাজিয়া বন্ধ কৰিবলৈ কয়, তেতিয়া সাময়িকভাৱে কাজিয়া বন্ধ হয়। তাৰ পিছত আৰম্ভ হয় বিচাৰ। বুল্যাঙৰ বিচাৰ শেষ-বিচাৰ। বিচাৰৰ ক্ষেত্ৰত বুল্যাঙ্ আৰু মিহাৰ একমত হোৱাটো বাঞ্ছনীয়।

কোনোবাই এই বিচাৰ নামানিলে গোটেই আপাটানি গাওঁবোৰৰ পৰা মানুহ আহি তাক শাস্তি দিয়ে, তাৰ ঘৰ-দুৱাৰ ভাঙি দিয়ে আৰু দৰ্কাৰ যেন অনুভৱ কৰিলে লাপাঙৰ ওচৰত হত্যা পৰ্যন্ত কৰিব পাৰে। চোৰকো ধৰি জৰিমনা কৰা হয়। জৰিমনা দিবলৈ ইচ্ছা নকৰিলে তাকো মাৰি পেলাব পাৰে। আপাটানিসকলে সচৰাচৰ মৰাশ পোতে যদিও অপৰাধীবোৰক হত্যা কৰাৰ পাছত লাপাঙৰ ওচৰত থকা ববটো কাটি তাতে মৰাশটো পুৰি পেলোৱা হয়। মৃতজনৰ নিজৰ মানুহকো মৰা শটো নিবলৈ নিদিয়ে। মৰা শটো পোৰাৰ আগতে তাৰ হাত এখন কাটি পেলায় আৰু পুৰোহিতে মন্ত্ৰ মাতি হত্যা কৰোঁতাজনক মৃতজনৰ আত্মাই যাতে একো অপায়-অমঙ্গলত নেপেলায় তাৰ বাবে অনুৰোধ জনায়। পিছত জ্বলোৱা শটোৰ লগতে হাতখন দি দিয়া হয়। হাত কটা সম্পৰ্কে কৰা পূজাক 'ৰপি' বোলে। অপৰাধীক হত্যা কৰা ঠাইডোখৰক 'নাগ' বোলে।

কিছুদিন আগলৈকে আপাটানিসকলৰ মাজত আন এটা প্ৰথা থকাৰ সন্তেদ পোৱা যায়। দুই পক্ষৰ মাজত কাজিয়া লাগিলে এক পক্ষই আন পক্ষেৰে সৈতে ফেৰ মাৰি মেথোন আৰু গৰু কাটি গৈছিল। এনেকৈ কটা গৰু আৰু মেথোনৰ সংখ্যা যি পক্ষৰে বেছি হৈছিল সেই পক্ষৰ জয় হৈছিল। দুই পক্ষৰ কটা মেথোন আৰু গৰুৰ মূৰবোৰ একে শাৰীকৈ ৰাখি প্ৰতি পক্ষৰ খতিয়ান নিৰূপণ কৰা হৈছিল।



**নিচিমিৰিসকল**

হাপলিৰ পৰা ৭৫ কিলোমিটাৰ দূৰৰ ঠাই এখনৰ নাম ৰাগা। ইয়াত বাস কৰিছে মিৰি ( পৰ্বতীয়া ) বা নিচিমিৰিসকলে। আপাটানিসকলৰ নিচিনা এওঁলোকৰ ঘৰবোৰ লগালগী নহয়। চাঙৰ দুই মূৰত এওঁলোকৰ বেলিং নাই। ঘৰবোৰ দুচলীয়া, খেৰেৰে ছোৱা ( ধান-খেৰেৰে নহয় )। একোটা পৰিয়ালৰ একোটা ঘৰ। ঘৰৰ ভিতৰখন খোলা। ভিতৰত কেইবাখনো জুহাল। ঘৰৰ মূল মানুহজনৰ প্ৰথমতে এখন জুহাল। তাৰ পিছত ডাঙৰ ল'ৰাৰ। তাৰ পিছত দ্বিতীয় ল'ৰাৰ। এনেকৈ কেইবাখনো জুহাল। ঘৰৰ বেৰত এফালে পূজাত বলি দিয়া জন্তুৰ শিং, হাড় আদি আঁৰি থোৱা আৰু আনফালে চিকাৰত মৰা জন্তুৰ শিং আদি। আপাটানিসকলৰ নিচিনা এওঁলোকৰ ঘৰৰ নিৰ্দিষ্ট মাটি নাই। মঙল চাই যি ঠাইতে ঘৰ সজা ভাল যেন দেখে তাতে সাজে। খেতি-পথাৰৰ ক্ষেত্ৰত অৱশ্যে নিজৰ নিজৰ মাটি থাকে। এওঁলোকে প্ৰধানকৈ ঝুম-খেতি কৰে। খেতিৰ পৰা আলু, মিঠা-আলু, কচু, উৰহী, ধান, মাকৈ, আদা, জলকীয়া আদি নানা বিধ বস্তু উৎপন্ন হয়। এওঁলোকৰ মাজত বহু-বিৱাহ-প্ৰথা আছে ; বাৰ-তেৰজনী পৰ্যন্ত তিৰোতা ৰাখিব পাৰে। কোনো বিশেষ কাৰণত বিৱাহ-বিচ্ছেদ ঘটিব পাৰে। মাইকীৰ ফালৰ পৰা দোষ হ'লে বিয়াত খৰচ কৰা ধন পৰিশোধ কৰিব লাগে। বহু-পতি-প্ৰথা নাই। বাল্য-বিৱাহৰ প্ৰচলন এসময়ত আছিল। সচৰাচৰ দৰা কইনাৰ সন্মতিক্ৰমে বিৱাহ সম্পন্ন হয়। এওঁলোকৰো ডেকা-চাং বা গাভৰু-চাং নাই। আপাটানিৰ বাহিৰে আন পৰ্বতীয়া লোক যেনে নিচি বা আদিৰে সৈতে এওঁলোকৰ বিয়া-বাৰু চলে।

কেঁচুৱা জন্মিলে তিনি দিনলৈকে ঘৰৰ বংশৰ মানুহবোৰে ( মতা-মাইকী উভয়ে ) ঘৰৰ পৰা ওলাই বাহিৰৰ কোনো কাম নকৰে। মানুহ মৰিলে এওঁলোকেও ল'ৰা-বুঢ়া সকলোকে পুতি থয়। মৃত-

জনৰ ইচ্ছা অনুসৰি কোনো বস্তু লগত পুতি থোৱা নিয়ম আছে। ঘৰৰ ওচৰতে এওঁলোকে মৰা শ পোতে। সাধাৰণ মানুহক এনেয়ে পুতি থয়। ধনী মানুহ হ'লে পোতা ঠাইৰ ওপৰত বাঁহ পুতি মাজত একোখন চাং কৰি দিয়া হয়। মৰা শ পোতা সময়ত মেথোন, গাহৰি, ছাগলী, কুকুৰা আদি বলি দিয়া বিধান আছে। অপঘাতী-সকলক অলপ দূৰত পোতে। মৰাৰ পিছত ঘৰতে শটো ৰখা নিয়ম আছে। ধনী মানুহ হ'লে কেইবাদিনো ৰখা হয়, যাতে বংশৰ আটায়ে চাব পাৰে।

নিচিমিৰিসকলৰ মাজত খেতি চপোৱাৰ পিছত ছোৱালী আৰু মাইকী মানুহবোৰে কৰা এটা বিশেষ নৃত্যৰ প্ৰচলন আছে। ইয়াক 'নিতিং' বোলে। অক্টোবৰ মাহৰ পৰা ফেব্ৰুৱাৰী মাহলৈকে গীতৰ লগত এই নাচ চলে। কলেৰা, বসন্ত আদি বেমাৰ হ'লে ৰাইজে লগ লাগি কৰা পূজা এটা আছে। ইয়াৰ নাম 'বুৰিবুত উই মদনে'। এই পূজাৰ সময়ত বাহিৰা মানুহ সেই গাৱঁত সোমাব নোৱাৰে। সেই গাৱঁৰ মানুহো বাহিৰলৈ যাব নোৱাৰে। ইয়াৰ ব্যতিক্ৰম ঘটিলে দুয়ো ক্ষেত্ৰত জৰিমনা ভৰিব লাগে। এই পূজাত মেথোন, গাহৰি, কুকুৰ আদি দিয়া হয়। পূজা-অনুষ্ঠানৰ বাবে কুকুৰাৰ পোৱালিৰ কলিজা কাটি মঙল চোৱা হয়। কোনো সংক্ৰামক বেমাৰ-আজাৰ নহ'লেও সামূহিকভাৱে এই পূজা পাতে। পুৰণি ঘৰৰ ঠাইত নতুন ঘৰ সাজিলে ঘৰ সজাৰ পিছত জুহালৰ ঠাইত পূজাৰীয়ে পূজা কৰে। বিভিন্ন উপলক্ষত ঘৰৰ ওচৰতে কৰা বিভিন্ন পূজাৰ প্ৰচলন এওঁলোকৰ মাজতো আছে।

### নিচিসকল

তাল আৰু তাগা এই দুয়োখন গাওঁ নিচিসকলৰ ( ডফলা ) বাসস্থান। এওঁলোকৰ ঘৰবোৰ সৰল ৰেখাৰ নিচিনা দীঘল দীঘল। ঘৰবোৰ দুচলীয়া, খেৰেৰে ছোৱা। প্ৰত্যেক ঘৰত আঢ়ৈ কুৰি, তিনি কুৰি পৰ্যন্ত লোক থাকে। ভঁৰাল ঘৰবোৰ আন পৰ্বতৱাসী-সকলৰ নিচিনা অলপ দূৰত সজা। এজন নিচি যুৱকৰ মতে উত্তৰ-পূব-সীমান্তৰ লোকসকলৰ ভিতৰত আদিসকলৰ সংখ্যা আটাইতকৈ বেছি। নিচিসকলে দ্বিতীয় স্থান অধিকাৰ কৰিছে। এওঁলোকৰ ভাই-ককাই সকলোৱে বিয়া-বাৰু কৰাই একেটা ঘৰতে থাকিব পাৰে। ঘৰৰ ভিতৰখন খোলা। ভিতৰত বেলেগ বেলেগ জুহাল আছে। আনৰ নিচিনা পূজা আৰু চিকাৰত মৰা জন্তুৰ শিং আদি ঘৰৰ বেৰৰ দুই ফালে ৰখা প্ৰথা আছে।

ধনী মানুহ হ'লে এওঁলোকৰ মাজতো বাৰ-চৈধ্যজনী বিয়া কৰোৱা নিয়ম আছে। সৰুতেও বিয়া হ'ব পাৰে, ডাঙৰতো হ'ব পাৰে। মানুহ মৰিলে এওঁলোকেও পুতি থয়। ঘৰৰ ওচৰতে মৰা শ পুতিব পাৰে। পুতি থোৱাৰ পিছত ওপৰত দীঘল বাঁহ পুতি ধনী আৰু আন প্ৰকাৰৰ বিশিষ্ট লোক হ'লে তাত কেইবাটাও থাক কৰি দিয়া হয়। যিমানে থাক বেছি হয়, সিমানে মৃতজনৰ মহত্বৰ পৰিচয় পোৱা যায়। মৃতজনৰ লগত ধন-সম্পত্তি দিয়া প্ৰথাও আছে। মৃতজন অপুত্ৰক হ'লে সম্পত্তিৰ আধা ভাগ লগতে দিব লাগে। মৰা শটো এদিন বা দুদিন ঘৰৰ ভিতৰত ৰাখিব পাৰি। তেতিয়াও ঘৰৰ খোৱা-বোৱা কাম চলে। ককায়েক মৰিলে ভায়েকে বৌৱেকক আৰু ভায়েক মৰিলে ককায়েকে ভাইবোৱাৰীক ইচ্ছা থাকিলে পত্নীৰূপে গ্ৰহণ কৰিব পাৰে। অৱস্থা অনুযায়ী মৰাৰ পিছত মেথোন, গাহৰি আদি কটা হয়। সেইবোৰৰ লগত মানুহৰ আত্মাই একেলগে যাত্ৰা কৰে বুলি তেওঁলোকৰ বিশ্বাস। অপঘাতীবোৰক বেলেগ ঠাইত পোতা হয়। ঘৰৰ ওচৰতে মৰা শ পোতা নিয়ম। ডাঙৰ-সৰু সকলোকে পুতিব। এসময়ত এওঁলোকৰ মাজত দাস-প্ৰথা আছিল। উপযুক্ত কাৰণত এওঁলোকৰ বিৱাহ-বিচ্ছেদ ঘটিব পাৰে। বহুপতি প্ৰথা নাই। সাপ অমঙ্গলৰ চিন। গাৱঁৰ ভিতৰত যিজন বেছি ধনী তেওঁৰ

কথামতে আগতে গাৱঁৰ সামূহিক কাৰ্যবোৰ চলিছিল ; বিচাৰ আদিও হৈছিল। শত্ৰুক হত্যা কৰি তাৰ হাতখন কাটি সকলোৱে দেখা ঠাইত গছ এজোপাৰ গাত কাঁড় লগাই আঁৰি থোৱা প্ৰথা এওঁলোকৰ আছে।

### পূজা-পদ্ধতি

নিচিসকলৰ জাতীয় উৎসৱ 'ন্যকুম'। ই এটা পূজাও। মণ্ডল চাই বছৰেকৰ যি কোনো সময়ত এই পূজা-উৎসৱ পাতিব পাৰে। মণ্ডল অনুযায়ী মেথোন, গৰু, ছাগলী, কুকুৰা, গাহৰি আদি দিয়া হয়। জন-সংখ্যা যাতে বাঢ়ে, দুৰ্ভিক্ষ নহয়, বেমাৰ-আজাৰৰ পৰা সকলো মুক্ত হয়, এই ভাৱত গাৱঁত সকলোৱে মঙ্গলাৰ্থে এই পূজা অনুষ্ঠিত হয়। পুৰোহিতে (ন্যব) পূজাৰ কাৰ্য সম্পন্ন কৰে। এই পূজা প্ৰধানকৈ তিনিদিনীয়া। কেতিয়াবা পোন্ধৰ দিনলৈকে চলিব পাৰে। পূজাৰ পিছত পোন্ধৰ দিনমান গাৱঁৰ মানুহে ব্ৰত পালন কৰে। সেই কেইদিনত মানুহে কেঁচা গছ-পাত নাকাটে, টান কাম নকৰে। সেই সময়ত আন মানুহ গাৱঁত সোমাব নোৱাৰে। সোমালে জৰিমনা দিব লাগে। গাৱঁত পূজা হৈছে বুলি পূজাস্থলীৰ চিহ্নৰ পৰা বুজিব পৰা যায়। এই পূজা সামূহিকভাৱে অনুষ্ঠিত হয়। ইয়াত সকলোৱে যোগদান কৰিব পাৰে। 'ন্যকুম' শব্দটো 'ন্য' (পৃথিৱী) আৰু 'কুম্' (একতা) এই দুটা অংশেৰে গঠিত। সামূহিক পূজাৰ উপৰি শুভাশুভ, বেমাৰ-আজাৰ আদি উপলক্ষে কৰা আৰু পূজা আছে। সেইবোৰৰ কিছুমান ঘৰৰ ভিতৰত পুৰোহিতে মন্ত্ৰ মাতি কৰে আৰু কিছুমান বাহিৰত কৰে। ঘৰৰ ভিতৰত হোৱা পূজা শুভ-কাৰ্যৰ বাবে অনুষ্ঠিত হয়। ইয়াত পুৰোহিতে মন্ত্ৰ মাতি থকাৰ লগে লগে কেইজনমানে এবিধ কাঁহৰ বাদ্য বজায়। ই ভৈয়ামৰ বৰকাঁহৰ নিচিনা।

ন্যকুম্ উৎসৱত আৰু আনক স্বাগত জনাবলৈ ছোৱালীবোৰে কঁকালত হাত দুখনেৰে ধৰি কৰা এটা বিশেষ ধৰণৰ নিচি-নৃত্য



আছে। ইয়াৰ নাম 'নৰনাম্'। নৰনাম্ শব্দৰ অৰ্থ কঁকাল। এনে ধৰণৰ মতা মানুহবোৰে বিৱাহ নাইবা আন অনুষ্ঠানত নচা আন এটা নাচক নিচিসকলৰ ভাষাত 'বুয়া' বোলা হয়। আলহীসকলৰ বিদায়-বেলিকা এটা পাত্ৰত 'অপ' আনি একেটা পাত্ৰতে সকলোকে অপ যচা নিয়ম। এই নিয়মৰ দ্বাৰা ইজনে সিজনৰ অৱশিষ্ট গ্ৰহণ কৰি সকলোৱে মাজত সমান ভাৱৰ সূচনা কৰা হয়। পৰ্বতবাসী-সকলৰ নিজ নিজ জাতিৰ মানুহৰ মাজত একতা আৰু সমতা অতি আদৰ্শনীয় আৰু শ্ৰদ্ধা কৰিবলগীয়া কথা।

### দেউৰীসকল

পৰ্বতৰপৰা নামি ভৈয়ামলৈ আহিলে ভৈয়ামতো বিৱিধ জনজাতীয় লোকক পোৱা যায়। তেওঁলোকৰ জীৱন-পদ্ধতিৰ আলোচনাও যথেষ্ট আমোদজনক। অসমৰ ভৈয়ামৰ বিভিন্ন জনজাতীয় লোকসকলৰ মাজত দেউৰীসকলৰ স্থানো উল্লেখযোগ্য। দেউৰীসকল চুতীয়াসকলৰ পুৰোহিত-শ্ৰেণীৰ প্ৰতিনিধি। তেৰ শতিকাৰ আগ ভাগত আহোমসকল অসম দেশ সোমোৱাৰ আগতে চুতীয়াসকলে সুৱণশিৰী নৈৰ পাৰলৈকে বিস্তৃত আৰু সুপ্ৰতিষ্ঠিত ৰাজ্য ভোগ কৰিছিল। ছাৰ এডোৱাৰ্ড গেইট ছাহাবৰ মত অনুসৰি চুতীয়াসকলে ছানসকলৰ বাসস্থানৰ অদূৰৱৰ্তী ঠাই এডোখৰ দখল কৰে। তেওঁলোকৰ মাজত আগৰ জাতিটোৰ কিছুমান লোকো ছামিল হৈ যায়।[১৮] চুতীয়াসকল পোণ প্ৰথমে সুৱণশিৰী নৈৰ ওচৰৰ পৰ্বতত বসতি কৰিছিল বুলি এখন পুৰণি বুৰঞ্জীৰ সাক্ষ্য প্ৰদান কৰি কৰ্নেল ডেল্টনে কয়। ১৯০৯ ছনৰ ইম্পিৰিয়েল গেজেটৰত এই বুলি উল্লেখ কৰা হৈছে ঃ লক্ষীমপুৰৰ পোণ প্ৰথম শাসনকৰ্তা পাল-বংশৰ হিন্দু ৰজাসকল যেন বোধ হয়। তেওঁলোকৰ ৰাজধানী সদিয়াৰ ওচৰে-পাজৰে আছিল। প্ৰায় এঘাৰ শতিকাত তেওঁলোকক চুতীয়া

---

১৮ *A History of Assam*, p. 40

সকলে সিংহাসনচ্যুত কৰে। চুতীয়াসকল হ'ল তিব্বত-বৰ্মীয় শাখাৰ এটা জনজাতি। তেওঁলোকে উত্তৰ-পূব পিনৰ পৰা অসমত প্ৰৱেশ কৰে আৰু ব্ৰহ্মপুত্ৰৰ উজনী অংশত নিজকে প্ৰতিষ্ঠিত কৰি লয়। কেইবা শতাব্দী জুৰি হোৱা সংঘৰ্ষৰ ফলত চুতীয়াসকল আহোমসকলৰ দ্বাৰা ১৫২৩ চনত প্ৰায় নিঃশেষ হৈ যায়। আন এটা উল্লেখ অনুযায়ী চুতীয়াসকলে আহোমসকল অসমলৈ অহা সময়ত সদিয়াত প্ৰতিষ্ঠিত হৈ পশ্চিমে ডিচাং নৈলৈকে বিস্তৃত ৰাজ্যৰ অধিকাৰীৰূপে পৰিচয় দিয়ে।[১৯] চৈধ্য শতিকাৰ প্ৰায় মাজ ভাগৰ পৰা আহোম আৰু চুতীয়াসকলৰ ভিতৰত সংঘৰ্ষ আৰম্ভ হয়। ষোল শতিকাৰ আৰম্ভণিত চুতীয়া ৰাজ্য আহোম ৰাজ্যৰ অন্তৰ্ভুক্ত হয়। পিছত আহোমসকলে চুতীয়াসকলক দমন কৰিবলৈ স্বকীয় নীতি গ্ৰহণ কৰে। তেওঁলোকে চুতীয়াসকলৰ কিছুমানক অসমৰ বিভিন্ন ঠাইত সিঁচৰতি কৰি বসতি কৰায়; ৰাজবংশৰ বহুতক হত্যা কৰায়; কিছুমানক দেশৰ পৰা নিৰ্বাসিত কৰে। কিছুমানক আহোমৰ বিষয়া কৰি লয় আৰু কিছুমানেৰে সৈতে বৈৱাহিক সম্বন্ধ স্থাপন কৰে।[২০]

বৈৱাহিক সম্পৰ্ক স্থাপন কৰাৰ ফলত চুতীয়াসকলৰ পৰা হিন্দু চুতীয়া আৰু আহোম চুতীয়া এই দুটা ভাগৰ সৃষ্টি হ'ল। বৰাহী নামৰ এটা সৰু ভাগ থকাৰো উল্লেখ পোৱা যায়; তেওঁলোক আনৰ লগত মিলি যায়। গতিকে চুতীয়াসকলৰ প্ৰধান ভাগ চাৰিটা হ'ল—হিন্দু, আহোম, বৰাহী আৰু দেউৰী। চুতীয়াসকলৰ প্ৰধান আৰু আৱশ্যকীয় ভাগটো হ'ল দেউৰীসকল। তেওঁলোক আগৰ

১৯ *Assam District Gazetteers*, Vol. XI, 1·28 : *The Sadiya Frontier Gazetteer*, Part I, ch. III, p. 16.

২০ Devi, L. : *Journal of the University of Gauhati*, Vol. VII, 1956 : Conquest of the Chutiyas by the Ahoms.



দৰেই থাকিল আৰু এতিয়াও আছে। ব্ৰাউন ছাহাবৰ ভাষাত ক'বলৈ হ'লে তেওঁলোকে আহোমসকলৰ আক্ৰমণৰ আগৰ কাল এছোৱাৰ পৰা চলি অহা ভাষা, ধৰ্ম আৰু ৰীতি-নীতিক বিশেষ পৰিৱৰ্তন নোহোৱাকৈয়ে ৰক্ষা কৰি চলি আহিছে।[২১] ১৯০১ চনৰ জন-গণনাত তেওঁলোকৰ প্ৰাচীন বসতি সদিয়াৰ পূবত থকা কুণ্ডিল নৈৰ পাৰ বুলি উল্লেখ কৰা হৈছে। ১৮৯৫ চনত ব্ৰাউন ছাহাবে লেখা 'দেউৰী-চুতীয়া ব্যাকৰণ'ত কোৱা হৈছে: "সদিয়াৰ সিপাৰে দেউৰীসকলৰ মূল বাসস্থান আছিল। প্ৰায় এক শতিকা আগতে তেওঁলোক তাৰ পৰা বৰ্তমান থকা ঠাইলৈ আহে আৰু কিছুমানে এতিয়াও ধৰ্মসংক্ৰান্ত বিষয়ত সদিয়ালৈ অহা-যোৱা কৰে। দেউৰীসকল ঈশ্বৰৰ পূজা-সেৱা কৰা প্ৰাচীন পুৰোহিত জাতৰ লোক। কুণ্ডিল নৈৰ পাৰত তেওঁলোকৰ আদি বাসস্থান আছিল"। আজিও দেউৰীসকলে বিহুৰ সময়ত হুচৰি আৰম্ভ কৰাৰ আগতে গোৱা গীতত তেওঁলোকৰ পূৰ্ব-বাসস্থানৰ উল্লেখ পোৱা যায়:

> কুণ্ডিনৰ আগাৰি গুদাকৈ হেমেলু···
> সদিয়া ৰাজত ঐ চাৰিহাল গোখানি তালৈকে নমস্কাৰ কৰোঁ
> ···সোণৰে জখলা ৰূপৰ হাতা মাৰি আই চাৰিহাল নামে···

বৰ্তমান সময়ত দেউৰীসকল অসমৰ শিৱসাগৰ, ডিব্ৰুগড় আৰু লক্ষীমপুৰ জিলাত প্ৰধানকৈ বাস কৰিছে। দৰং জিলাৰ গহপুৰতো কিছুমান আছে। দেউৰীসকলৰ মাজত প্ৰধান তিনিটা খেল বা বিভাগ আছে—ডিবঙীয়া, টেঙাপনীয়া আৰু বৰগঞা। পাতৰ গঞা নামৰ খেল এটাও আছিল বুলি কোৱা শুনা যায়। সেইটো হেনো ডিবঙীয়াৰ লগত মিহলি হৈ গৈছে। এই তিনিটা খেলৰ ভিতৰত মাত্ৰ ডিবঙীয়া খেলৰ লোকসকলেই বৰ্তমান দেউৰী ভাষাটো কয়।

২১ Brown, W. B. : *An Outline Grammar of the Deor-Chutiya Language* : Introduction.

দেউৰী শব্দটোৰ প্ৰকৃত ব্যাখ্যা এতিয়াও সম্ভৱপৰ হৈ উঠা নাই। সাধাৰণতে যিজনে দেৱক পূজা কৰিব পাৰে বা দেৱক জানে তেৱেঁই দেউৰী বুলি কোৱা হয়। এজন প্ৰধান পূজাৰীয়ে কোৱা মতে দে-উ-ৰী এই তিনি অংশৰ মিলত দেউৰী শব্দৰ সৃষ্টি হৈছে। ইয়াৰ প্ৰথম অংশ পুৰুষ আৰু দ্বিতীয় অংশ (শেষৰ অংশ) প্ৰকৃতি বুলি ব্যাখ্যা কৰা হৈছে। তেওঁলোকে নিজকে তিৰোতাৰ (প্ৰকৃতি) বংশজাত বুলি ক'বলৈ বিচাৰে। তেওঁলোকৰ আৰাধ্যা দেৱী স্বয়ং আদ্যাশক্তি। তেওঁলোকৰ গোসাঁই-থানত পূজা দিওঁতেও হেনো ক্ৰমান্বয়ে আদ্যাশক্তি, পিচাচি, পিচাদেমা আৰু গিৰা-গিৰাচিক আহ্বান জনায়। 'পিচাচি'ক তাম্ৰেশ্বৰী বা কেঁচাইখাতী, 'পিচাদেমা'ক বলিয়া বাবা বা বলিয়াহেমতা আৰু 'গিৰা-গিৰাচি'ক বুঢ়া-বুঢ়ী বুলি কোৱা হয়। তাম্ৰেশ্বৰী আৰু বলিয়া বাবা বুঢ়া-বুঢ়ীৰেই পুত্ৰ আৰু কন্যা। দেউৰী শব্দটো সংস্কৃত দেৱগৃহিক শব্দৰ পৰা উদ্ভৱ হোৱা এটা নব্য ভাৰতীয় আৰ্য ভাষাৰ শব্দ বুলি ডক্টৰ কাকতিয়ে অভিমত দিছে।[২২]

দেউৰীসকলৰ প্ৰধান খেল তিনিটাৰ উপাস্য দেৱতাও প্ৰধানকৈ তিনিজন। ডিবঙীয়া খেলৰ 'গিৰা-গিৰাচি', টেঙাপনীয়া খেলৰ 'পিচাদেমা' আৰু বৰগঞা খেলৰ 'পিচাচি'। এই দেৱ-দেৱীসকলক পূজা কৰিবলৈ দেউৰীসকলে প্ৰত্যেক গাৱঁত সুকীয়া একোখন থান (গোসাঁনীশাল) স্থাপন কৰে। গোটেই গাৱঁৰ হৈ আৰু গোটেই গাৱঁৰ মঙ্গলৰ কাৰণে থানত পূজা অনুষ্ঠিত হয়। তাৰ বাবে দেউৰীসকলে সুচিন্তিত গণতান্ত্ৰিক ব্যৱস্থা গ্ৰহণ কৰিছে। পূজা-পাতালৰ সকলো কাম শৃংখলাপূৰ্ণভাৱে চলাবলৈ নজন বিষয়া বাছি দিয়া হয়। তাৰ ভিতৰত চাৰিজন প্ৰধান। তেওঁলোক হ'ল—বৰদেউৰী, সৰুদেউৰী, বৰভঁৰালী আৰু সৰুভঁৰালী। বৰদেউৰীজনেই গাৱঁৰ ভিতৰত

২২ *The Mother Goddess Kamakhya.*



আটাইতকৈ সন্মানিত ব্যক্তি। তেওঁ শাৰীৰিক আৰু স্বভাৱ-চৰিত্ৰ সকলো পিনৰ পৰা নিখুঁত হ'ব লাগিব। তেওঁক বাঘে বা সাপে কামুৰিব নালাগিব নাইবা শগুনেও তেওঁৰ গাত মলত্যাগ কৰিব নালাগিব। গোটেই গাৱঁৰ মানুহে লগ লাগি বৰদেউৰীক বাছি লয়। কোনোৱে নিজৰ গাত খুঁত থকা সত্ত্বেও বৰদেউৰী হোৱা আশাত যদি ৰাইজৰ আগত ব্যক্ত নকৰে, তেনেহ'লে দেওধনীৰ জৰিয়তে ঈশ্বৰে কেইদিনমানৰ ভিতৰত খুঁত দেখুৱাই দিয়ে বুলি বিশ্বাস। আগৰ বৰদেউৰীয়ে বয়সৰ লগে লগে নাইবা আন কোনো কাৰণত কাম কৰিব নোৱৰা হ'লে ৰাইজে বৰদেউৰী-বংশৰ যিজনক সৎ চৰিত্ৰৰ আৰু নিখুঁত বুলি ভাবে, তেওঁকেই বৰদেউৰী পাতে। কিন্তু তেওঁ যে আগৰ বৰদেউৰীৰ পুতেক হ'ব লাগিব, এনে কোনো নিয়ম নাই। এনেদৰে আন আন বিষয়াসকলৰো নিৰ্বাচন হয়।

থানৰ পূজা বা সামূহিক পূজাৰ কাম বৰদেউৰীয়েহে কৰিব পাৰে। তেওঁৰ অনুপস্থিতিত সৰুদেউৰীয়ে কৰে। এই পূজাত দেউৰীসকলে হাঁহ, পাৰ, কুকুৰা আৰু এক ৰঙৰ পঠা-ছাগলী বলি দিয়ে। কোনো বছৰত ৰাইজৰ অমঙ্গল গুচাবলৈ দেওধনীয়ে নিৰ্দেশ দিলে ডিবঙীয়া খেলৰ বাহিৰে আন খেলৰ মানুহে ম'হ বলি দিয়ে আৰু পিছত তাৰ মঙহো খায়। অতীজত সদিয়াৰ তাম্ৰেশ্বৰীৰ মন্দিৰত নৰ-বলি দিয়া হৈছিল। কৰ্নেল ডেল্টনে এই মন্দিৰৰ বিস্তৃত বিৱৰণ দিছে: পশ্চিমৰ বেৰখনৰ ওচৰত তিনি-ঠেঙীয়া সৰু শিল এডোখৰ আছে। তাতে নৰবলি দিয়া হয়। বলি দিয়া লোকবোৰ প্ৰথম অৱস্থাত এটা বিশেষ খেলৰ মানুহৰ পৰা সংগ্ৰহ কৰা হৈছিল। সেই খেলটোৱে কিছুমান বিশেষ সুবিধাও ভোগ কৰিছিল। পিছত আহোম ৰজাই প্ৰাণদণ্ড দিয়া লোক-সকলক বলিৰূপে মন্দিৰলৈ পঠিয়াইছিল। বলি দিয়া লোকজন শুদ্ধ জাতৰ আৰু নিখুঁত হ'ব লাগিছিল। আনকি কাণৰ বিন্ধা

এটা থাকিলেও তেওঁক অনুপযুক্ত বুলি গণ্য কৰা হৈছিল। ব্ৰাহ্মণ আৰু ৰাজপৰিয়ালৰ লোকসকলক বলিৰ পৰা ৰেহাই দিয়া হৈছিল। নাৰী আৰু নিম্ন জাতৰ বুলি ভবা মানুহবোৰকো ৰেহাই দিয়া হৈছিল। ডেল্টনে পুনৰ বৰ্ণনা দিছে: বলিৰ দিনাখনৰ কেইদিনমান আগৰ পৰা মানুহটোক মন্দিৰৰ ভিতৰত আবদ্ধ কৰি ৰখা হয় আৰু তাক যথেষ্ট ৰকমে খুৱাই-বুৱাই দেৱীৰ জিভাৰ সোৱাদ লগাবলৈ বুলি শকত-আৱত কৰা হয়। নিৰ্ধাৰিত দিনৰ দিনাখন বলিটোক সোণ-ৰূপৰ অলঙ্কাৰপাতি পিন্ধাই, জাকজমককৈ সজাইপৰাই সমৱেত দৰ্শকমণ্ডলীৰ সমুখলৈ অনা হয়। ···স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনত (খৃষ্টাব্দ ১৭৮০—১৭৯৫) নৰবলি-প্ৰথাটো বন্ধ কৰা হয়। এই সময়তে চুতীয়া পুৰোহিতসকলে বৰ্মাৰ আক্ৰমণকাৰীসকলৰ অত্যাচাৰত মন্দিৰৰ দাঁতি-কাষৰৰ পুৰণি বাসভূমি পৰিত্যাগ কৰে।[২৩]

অকল দেউৰীসকলৰ মাজতেই নহয়, অসমৰ আদিমৱাসী লোকসকলৰ মাজতো নৰবলি বা তেনে ধৰণৰ অনুষ্ঠান আছিল। নগাসকলৰ মাজত থকা মূৰকটা প্ৰথা আৰু খাছিয়াসকলৰ মাজত থে্লন-দেৱতাৰ উদ্দেশ্যে নৰৰক্ত প্ৰদান আদি প্ৰথা এই ক্ষেত্ৰত উল্লেখনীয়। অকল অসমতেই নহয়, প্ৰাচীন ভাৰতত আৰু পৃথিৱীৰ বিভিন্ন দেশত নৰবলি-প্ৰথাৰ প্ৰচলন আছিল। আৰ্যসকলৰ মাজতো এই প্ৰথা নোহোৱা নহয়। ঋগ্‌বেদত এই বিষয়ৰ দুটা উল্লেখ আছে। বাজসনেয়িসংহিতাই (৩০ খণ্ড) পুৰুষমেধৰ উল্লেখ কৰিছে। সৃষ্ট জীৱসকলৰ ওপৰত একাধিপত্য স্থাপনৰ উদ্দেশ্যে এই যজ্ঞ সম্পন্ন হৈছিল। শতপথ ব্ৰাহ্মণৰ মতে অশ্বমেধ যজ্ঞৰ সময়ত নৰবলি দিব লাগে।[২৪] এই প্ৰসঙ্গত কালিকটত

২৩ *The Mother Goddess Kamakhya.*

২৪ Karmakar, A. P.: *The Religions of India*, Vol-I, ch. XII : Human Sacrifice.



প্ৰচলিত এটা প্ৰথাৰ উল্লেখ কৰিছে 'গোল্ডেন বাও' গ্ৰন্থত। সোতৰ শতিকালৈকে প্ৰচলিত এই প্ৰথা অনুযায়ী সেই সমাজত ৰজাই বাৰ বছৰ ৰাজত্ব চলোৱাৰ পিছত ৰাইজৰ সমুখত আনুষ্ঠানিকভাৱে নিজৰ ডিঙি কাটিবলগীয়া হৈছিল।

থানৰ পূজাৰ উপৰিও দেউৰীসকলৰ ঘৰত কিছুমান পূজা দিয়া হয়। এই পূজাবোৰত গাহৰি, হাঁহ আৰু কুকুৰাৰ ব্যৱহাৰ আছে। তেওঁলোকৰ ঘৰুৱাকৈ তৈয়াৰী মদো এইবোৰত লাগে। এইবোৰ পূজাৰ কাম চলাবলৈ এজন বিশেষ লোক থাকে। তেওঁক দেওধাই বোলে। জ্বৰ-নৰিয়া হ'লে ডিবঙীয়াসকলে ঘৰত ইন্দ্ৰদেৱতাৰ পূজা দিয়ে। ভঁৰাললৈ ধান কাটি অনাৰ পিছত ভঁৰালৰ ভিতৰত লক্ষ্মীপূজা (মিনুচি লিছুৰ্‌বা) কৰা হয়। জলদেৱতাই পোৱা কাৰণে কিবা বেমাৰ হোৱা বুলি ধাৰণা হ'লে 'জলকাই ডাঙৰীয়া'ক সন্তুষ্ট কৰিবলৈ যি কোনো নৈত পূজা দিয়া নিয়ম আছে। এই পূজাত বৰালী মাছ (নাপালে আন বাকলি নথকা মাছ), মগুমাহ আৰু জহা-চাউলৰ আৱশ্যক। পূজাৰ শেষত পাঁচজন ভকতে খোৱাবোৱা কৰি বাকী থকাখিনি তাতে পেলাই থৈ আহে। ভকতসকলে সিদিনাখন ৰাতিপুৱাৰ পৰা অকল ঘৰুৱা মদৰ (চুঝেঁ) বাহিৰে একো নিমখ থকা বস্তু বা আন বস্তু খাব নোৱাৰে। তাৰ বাবে তেওঁলোকক আগদিনাখনেই তামোল-পাণ দি খবৰ দি ৰখা হয়। কাৰোবাক গছৰ বুঢ়াই (আমিৰিয় গিৰা) ধৰিলে গছৰ গুৰিত পূজা দিয়া হয়। এই পূজা কুকুৰা কাটি নাইৱা পায়সৰেও দিব পাৰি।

**সামাজিক জীৱন**

দেউৰীসকলে সচৰাচৰ নৈৰ দাঁতিত খেতি-বাতি কৰিব পৰা ঠাইৰ ওচৰত বসতি কৰিবলৈ লয়। তেওঁলোকৰ গাওঁবোৰ সেই হেতুকে বহুত ক্ষেত্ৰত নৈৰ নাম অনুযায়ী ৰখা হয়, যেনে, গাই নৈৰ পৰা গাইদেউৰী গাওঁ। তেনেকৈ চিঠিমুখ, চিৰিপানী ইত্যাদি। ডিবঙীয়া, টেঙাপনীয়া আদি খেলৰ নামৰ উৎপত্তি নৈৰ পৰাই

হৈছে। অৰণ্যে নৈৰ দাঁতিত নথকা গাৱঁো কেইখনমান আছে। দেউৰীসকলৰ ঘৰবোৰ চাংঘৰ। ঘৰৰ খুঁটাবোৰ একোডাল বৃহৎ বৃহৎ গছৰ। চাংঘৰটো প্ৰধানকৈ বাঁহেৰে তৈয়াৰী। ঘৰবোৰ শাৰী শাৰীকৈ ( সৰল ৰেখাত ) দীঘলীয়াকৈ সজা। এঘৰৰ ঘৰৰ বেৰ আন ঘৰত লাগিলে বা তেনেকুৱাকৈ খেতি-পথাৰত কাৰোবাৰ যি কোনো বেৰ আনৰ বেৰত লাগিলে এক প্ৰকাৰ বেমাৰ ( হেমেজু ) হয় বুলি মানুহৰ বিশ্বাস আছে। দেউৰী-ঘৰ একোটাত ষাঠি বা সত্তৰৰ পৰা এশ-ছকুৰিজনলৈকে মানুহ থাকে। ইমান ডাঙৰ পৰিয়াল পাতি থকা হেতুকে তেওঁলোকৰ খেতি-বাতি কৰাত বিশেষ সুবিধা হয়; কিয়নো খেতিয়েই দেউৰীসকলৰ জীৱিকাৰ প্ৰধান উপায়। তেওঁলোকে বেপাৰ প্ৰায়ে নকৰে। আনৰ চাকৰি কৰাটোও পছন্দ নহয়।

প্ৰত্যেক ঘৰৰ ঘাই দুৱাৰ এখন। আৱশ্যক বুলি ভাবিলে বৰ দীঘল ঘৰবোৰৰ মাজত আন এখন দুৱাৰ খোলা হয়। ঘৰৰ ভিতৰত দীঘলীয়াকৈ মানুহবোৰৰ অহা-যোৱাৰ সুবিধাৰ কাৰণে এটা বাট ৰখা হয়। তাৰ দাঁতিত ঘৰৰ ভিতৰত পৃথক পৃথক কোঠা আছে। প্ৰত্যেক চাংঘৰৰ প্ৰথম ছোৱা খোলা। ডেকা ল'ৰাবোৰ ৰাতি হ'লে ইয়াতে ( মিচ্চঁ ) শোৱে। সিহঁত গাৱঁৰ ৰখীয়াৰ নিচিনা। বিয়া-বাৰু হ'লেহে ভিতৰত শোৱা নিয়ম। প্ৰত্যেক চাংঘৰৰ প্ৰথম কোঠাটোত একোখন জুহাল থাকে। তাত অনৱৰত জুই জ্বলি থাকে। যজ্ঞৰ বেদীৰ নিচিনাকৈ চাঙৰ বাঁহৰ মজিয়াৰ ওপৰত চাৰিচুকীয়া মাটিৰ ঢাপ বান্ধি তাৰ ওপৰত জুই জ্বলোৱা হয়। তাৰ ওচৰত বহি তেওঁলোকে মদ খায়। তাৰ লগতে মাছ আদিও খৰিকাত দি খায়। আলহীসকলকো তালৈকে মাতি নি খোৱা-বোৱাৰ ব্যৱস্থা কৰে। গোটেই ঘৰৰ ৰন্ধা-বঢ়া একে ঠাইতে হয়। মাইকী মানুহবোৰে পাল পাতি ৰান্ধে। সাধাৰণতে ঘৰৰ ভিতৰত আটাইতকৈ বয়সস্থজনৰ কোঠাত আনবোৰ মিলি একেলগে ভাত খায়। খোৱাৰ



সময়ত তেওঁলোকে বয়স অনুসৰি এপিনৰ পৰা আসন গ্ৰহণ কৰে।

দেউৰীসকল বৰ পৰিশ্ৰমী লোক, বিশেষকৈ তিৰোতাসকল। তেওঁলোকে ৰাতিপুৱা কুকুৰাই ডাক দিয়াৰ সময়তে উঠি ৰাতিলৈকে ঘৰ আৰু বাহিৰৰ কাম কৰিয়েই থাকে। তেওঁলোকে ধান দায়, খৰি ফালে, তেল পেৰে, কানি-কাপোৰ বয়, ৰন্ধা-বঢ়া কৰে। তেওঁলোকে কেৱল হাল নাবায়, হাবি নোজোৰে আৰু গছ নাকাটে। দেউৰীসকলৰ আটায়ে পৰিশ্ৰম কৰি খায়। চোৰ-ডকাইত তেওঁলোকৰ মাজত নাই। ধান, মাহ, সৰিয়হ আৰু সাধাৰণ শাক-পাচলিৰ খেতিয়েই তেওঁলোকৰ খেতি। পোহনীয়া জীৱ-জন্তুৰ ভিতৰত কুকুৰা, গাহৰি, ম'হ আৰু গৰুৱেই প্ৰধান। তেওঁলোকৰ খোৱা-লোৱা বস্তু-বাহানি সাধাৰণ ধৰণৰ। নানাবিধ তৰকাৰী-পাতি তেওঁলোকে নকৰে যেন বোধ হয়। তেওঁলোকৰ ল'ৰা-বুঢ়া-ডেকা, মতা-মাইকী সকলোৱে চাউলৰ গুৰিৰ পৰা তৈয়াৰ কৰা এবিধ ঘৰুৱা মদ ( চুঝেঁ ) ভৈয়ামৰ সৰ্বসাধাৰণ মানুহে চাহ খোৱাৰ দৰে খায়। ইয়াত কেইৱাবিধো গছ-গছনিৰ পাত-শিপা আদি লগ লগাই কৰা মছলা এবিধ দিয়া হয়। এই মদ দেউৰীসকলৰ বৰ প্ৰিয় বস্তু। তেওঁলোকে ইয়াক 'ভোকৰ ভাত পিয়াহৰ পানী' আখ্যা দিয়ে। তেওঁলোকে মদ খায় যদিও মাতাল হৈ নুফুৰে। তেওঁলোকৰ মাজত কিছুমান মানুহ বহুত বছৰলৈকে কৰ্মঠ হৈ জীয়াই থাকে। তাৰ গুৰিতে এই মদ বুলি তেওঁলোকৰ ধাৰণা। অৰুণাচলৰ লোকসকলেও এনে ধৰণৰ মদ তৈয়াৰ কৰি খায়। এনেবোৰ মদত বিশেষজ্ঞ-সকলে খাদ্য-প্ৰাণ থকা বুলি মন্তব্য দিছে।

টেঙাপনীয়া খেলৰ মাজত দেউৰীসকলৰ এক শ্ৰেণী লোক আছে। তেওঁলোকে ছাগলীৰ মঙহ নাখায়। তেওঁলোকক 'বুৰুক' বোলা হয়। এই ফৈদৰ বিষয়ে এটা আমোদজনক ইতিবৃত্ত আছে। অতীজত তেওঁলোক হেনো অমৰ আছিল। বহুত দিনলৈকে

তেওঁলোকৰ কোনো মানুহ নমৰা হেতুকে তেওঁলোক ভোজ-ভাত খোৱাৰ পৰা বঞ্চিত হৈছিল। আন আন ফৈদৰ মানুহ মৰে; আনবোৰে ভোজ-ভাত খাবলৈ পায়। তাকে দেখি তেওঁলোকৰো ভোজ খাবলৈ হেঁপাহ জন্মাত এদিনাখন এটা ছাগলী মাৰি সেই ছাগলীটোক বংশৰ কোনো এজন মুখিয়াল মানুহ মৰিল বুলি কান্দি-কাটি শ্মশানলৈ নি খৰি দি আহে গৈ। তাৰ পিছত দহা আদি পাতি ধুম-ধামেৰে ভোজ-ভাত খালে। তেতিয়াৰ পৰা ছাগলী তেওঁলোকৰ ককাদেউতাক হ'ল। সেই কাৰণে তেওঁলোকে আজিও ছাগলীৰ মঙহ নাখায়।

শগুন দেউৰীসকলৰ মানত অপৱিত্ৰ আৰু অমঙ্গলসূচক। সেয়েহে ঘৰত শগুন পৰিলে তেওঁলোকে পূজা দিব লাগে। ডিবঙীয়া-সকলে চৌহদ আনকি খেতি-পথাৰতো কাউৰী, শগুন বা চুতীয়া শালিকাই বাহ সজাটো ভাল বুলি বিবেচনা নকৰে। তেওঁলোকে সেই চৰাইবোৰৰ পোৱালি ডাঙৰ হোৱাৰ পিছত উৰি যোৱাৰ লগে লগে শালিকা হ'লে কুকুৰাৰে আৰু কাউৰী-শগুন হ'লে গাহৰিৰে পূজা দিব লাগে। সাপ ঘৰৰ ভিতৰত সোমোৱা বা চাঙত উঠাটোও অমঙ্গলৰ চিন।

সামূহিক পূজাৰ কাৰণে বুধবাৰটো দেউৰীসকলৰ শুভদিন। বিশেষ অসুবিধা হ'লে দেওবাৰেও পূজা দিব পাৰি। বছৰৰ ভিতৰত ব'হাগ, শাওণ আৰু মাঘ এই তিনি মাহত থানৰ পূজা হয়। ডিবঙীয়াসকলে কাতি মাহতো পূজা দিয়ে। গাৱঁৰ কাৰণে আৱশ্যকতা অনুভৱ কৰিলে আন মাহতো পূজা দিব পাৰে। কিন্তু পুহ আৰু চ'ত মাহত পূজা-পাতল একেবাৰে নহয়। আনকি বিয়া-বাৰুও এই দুই মাহত নিষিদ্ধ। ব'হাগ আৰু মাঘ মাহৰ পূজাই হৈছে আটাইতকৈ ডাঙৰ। ইয়াক ব'হাগ বিহু বা মাঘ বিহুৰ পূজা বুলিবও পাৰি। ইয়াৰ উপৰি শাওণ মাহত আহুধান কাটি চপাই অনাৰ পিছত আহু-চাউল খোৱা উপলক্ষে থানত পূজা দিয়া



হয়। তাক 'ন ভাতৰ পূজা' বোলে। শালিধান চপাই অনাৰ পিছতো ইষ্ট-কুটুমে মিলি এদিন একেলগে খোৱাৰ নিয়ম আছে; কিন্তু ইয়াক ঘৰতে পতা হয়।

দেউৰীসকলৰ বিহু-উৎসৱৰ নিজস্ব নিয়ম আছে। ব'হাগৰ দিন নপৰিলে তেওঁলোকে বিহু নাপাতে। সংক্ৰান্তিৰ দিনাখন বুধবাৰ পৰিলে হ'লে পাতে। বিহু সাত দিন জুৰি পালন কৰা হয়। প্ৰথম দিনাখন থানত পূজা দিয়া হয়। দ্বিতীয় দিনাখনৰ পৰা থানত হুচৰি আৰম্ভ কৰি ঘৰে ঘৰে গাই পিছৰ বৃহস্পতিবাৰে সকলো ঘৰ শেষ কৰি পুনৰ থানলৈ সকলো ৰাইজ আহে আৰু নৈত টকা, মাৰি আদি পেলাই দি বিহু উৰুৱায়। নৈৰ ওচৰত থকাসকলে গাৱঁৰ মূৰত আৰু নৈৰ ওচৰত নথকাসকলে আওচৰীয়া ঠাইত বিহু উৰুৱায়। হুচৰি গাই বৃহস্পতিবাৰে শেষ কৰিব নোৱাৰিলে দেওবাৰলৈ থোৱা হয়। ডাঙৰ গাওঁবোৰত দুসপ্তাহ জুৰি বিহু চলে। মাঘ-বিহুটোও পুহৰ দিনৰ ভিতৰত নাপাতে। ব'হাগ বিহুৰ সময়ত থানৰ ভিতৰলৈ কোনো মানুহে ৰঙা আৰু ক'লা কাপোৰ পিন্ধি যাব নোৱাৰে; কাৰণ সেই সময়ত গোসাঁনীয়ে তেনে কাপোৰ পিন্ধে বুলি ভবা হয়। বহাগ বিহুৰ সময়ত দেওধনী (মিদিগিৰা বা মিদিগিৰাচি) উঠা প্ৰথা আছে। এই দেওধনীৰ মাধ্যমেৰে নিজৰ নিজৰ দেৱতা বা দেৱীয়ে দেখা দি ৰাইজক সমাগত গোটেই বছৰৰ কাৰণে ভৱিষ্যৎ-বাণী কয়। দেউৰীসকলে এই বাণী সত্য বুলি বিশ্বাস কৰে।

কোনো পৰিয়ালত পূজা দিওঁতে দেওধাই বা আন অভিজ্ঞলোকে জোঙেৰে খুঁচি বা কাটি মৰা গাহৰিৰ কলিজা পৰীক্ষা কৰি পৰিয়ালটোৰ আৰু ৰাইজৰ ভাল-বেয়া আদি ভৱিষ্যৎ-বাণী কোৱাৰ নিয়মো দেউৰী-সম্প্ৰদায়ৰ মাজত চলি আছে। তেওঁলোকৰ আন এটা নিয়ম হৈছে, কোনোবাই কাৰোবাৰ কিবা অনিষ্ট কৰিলে আৰু কোনে অনিষ্ট কৰিছে নাজানিলে গোসাঁনীৰ থানত বৰদেউৰীয়ে

ৰাইজক লগত লৈ মন্ত্ৰ মাতি ৰাইজৰ মত অনুযায়ী কিবা এটা হওক বুলি অভিশাপ দিয়ে আৰু তাৰ পৰা দোষীৰ ঠিক তেনেকুৱাই শাস্তি হয় বুলি তেওঁলোকে বিশ্বাস কৰি আছে।

**শৱ-শৎকাৰ-পদ্ধতি**

মানুহ মৰিলে দেউৰীয়ে সাধাৰণতে পোৰে। কেতিয়াবা অসুবিধা হ'লে পোতেও। মানুহ পোৰোঁতে সাতজাপ খৰি দিয়া নিয়ম। তাৰ উপৰিও যি ঘৰত মানুহ ঢুকায় সেই ঘৰলৈ তিনি দিনলৈকে গোটেই তিনি ৰাতি গাওঁৰ মানুহবোৰ এচামৰ পিছত এচাম এনেকৈ আহি খেল-ধেমালি কৰি, ৰামায়ণ, মহাভাৰত, কীৰ্তন আদি পুথি পঢ়ি কটায়—যাতে জীৱটোৱে সেইবোৰ শুনি মুক্তি পায়। মৃতজনৰ গুণানুকীৰ্তন কৰি ঘৰৰ মানুহক শোক ত্যাগ কৰিবলৈ বুজনিও দিয়া হয়। বেমাৰ-আজাৰ হ'লেও মানুহবোৰ আহি তিনি-চাৰি দিনলৈকে পহৰা দিয়ে হি। ডিবঙীয়াসকলে সাত দিনলৈকে ব্ৰত পালন কৰে। "দেউৰীবিলাকে ষোল বছৰতকৈ বেছি বয়সৰ মানুহ মৰিলে খৰি দিয়ে। চিতা সাধাৰণতে সাতজাপ খৰিৰে সাজে। পূজাৰী আৰু মাননীয় বুঢ়া মৰিলে নজাপ দিয়াৰো নিয়ম। হাইজা বা আন মাৰি-মৰকত মৰিলে মাটিত পুতি থয়; কিছু দিনৰ পিছত মৰা শ উলিয়াই খৰি দিয়া নিয়মো আছে। চিতাৰ ওপৰত থোৱাৰ আগতে মৰা শটোক চিতাৰ চাৰিওফালে সাত বাৰ প্ৰদক্ষিণ কৰায়, পুতেকে মুখাগ্নি কৰাৰ নিয়মো আছে। মৃত্যুৰ পূৰ্বেই মানুহটোক বাহিৰলৈ টনা-আজোৰা কৰি দেউৰীবিলাকে নুলিয়ায়। আগৰ দিনত মৰা শটো মৰিশালীলৈ নিয়াৰ আগতে ঘৰৰ চাৰিওফালে তিনি বাৰ প্ৰদক্ষিণ কৰাৰ দস্তুৰ আছিল বুলি বুঢ়াসকলৰ মুখে শুনিবলৈ পাওঁ। আজি-কালি এই নিয়ম প্ৰচলিত নাই। ঘিউ, সৰিয়হ, তেল, চন্দন, সৰল আৰু আম-খৰি শৱদাহৰ কাৰণে পৱিত্ৰ বস্তু।[২৫]

২৫ দেউৰী, বসন্তকুমাৰ আৰু দেউৰী, লীলাকান্ত: দেউৰীবিলাকৰ বিষয়ে দু আষাৰ: **চেতনা**, ৬ষ্ঠ বছৰ ৮ম সংখ্যা ১৮৪৬ শক, চ'ত।



মৃতকৰ সংকাৰ সম্বন্ধে গাৱঁৰ বয়োবৃদ্ধ লোকসকলৰ পৰা এনে ধৰণৰ বিৱৰণো পোৱা গৈছে: ঘৰৰ মানুহৰ ইচ্ছা হ'লে সৰু ল'ৰা-ছোৱালীবো শৱদাহ কৰিব পাৰে। বসন্ত আৰু কলেৰাত মৃতসকলক পোৰা নহয়, পুতি থয়। ঘৰৰ মানুহৰ ইচ্ছা হ'লে মাংস আদি পচি যোৱাৰ পাছত জকাটো উলিয়াই দাহ কৰা হয়। কিন্তু যিজনে জকাটো স্পৰ্শ কৰে, তেওঁ গোসাঁনীশালত প্ৰায়শ্চিত্ত হৈহে চাঙত উঠিব পাৰে। পূজাৰীৰ মৃত্যু হ'লে গোসাঁনীশালৰ পৰা সমস্ত বাদ্যযন্ত্ৰ আৰু গাৱঁৰো সকলোবোৰ বাদ্যযন্ত্ৰ বজাই মতা-মাইকী সকলোৱে শোভাযাত্ৰা কৰি শৱটো শ্মশানলৈ লৈ যায়। প্ৰত্যেক মানুহে শ্মশানত কেঁচা খৰি গোটাই নিজৰ ঘৰৰ মানুহৰ নামত একোডালকৈ খৰি বাওঁহাতেৰে দিয়া এটা নিয়ম। সেই খৰিবোৰেৰে শৱটো নেদেখা হ'ব লাগে। পূজাৰীৰ বাহিৰে আনৰ মৃত্যু হ'লে গাৱঁৰ বাদ্যযন্ত্ৰবোৰ নি মতা-মাইকী, ল'ৰা-ছোৱালী সকলো গৈ আগৰ দৰে খৰি দিব গৈ। খৰিবোৰেৰে শৱটো ঢাকি দিয়া কাম শেষ হোৱাৰ পিছত সকলোৱে চিতাৰ ওচৰত সেৱা জনায়। তাৰ পিছত মাইকীবোৰ গুচি আহে। তাৰ পিছতহে অগ্নি-সংযোগ হয়। সৰুৰ চিতা ডাঙৰে সেৱা নকৰে। ঘৰৰ মানুহে ইচ্ছা কৰিলে শৱটোক আৰু ৰাইজে পূজাৰীক নতুন কাপোৰ (ধুতি-চোলা) পিন্ধাই দিব পাৰে; কিন্তু পোন্ধ আৰু বুটাম পিঠিৰ পিনেহে লগাব। পূজাৰীৰ মৃত্যু হ'লে নজাপ খৰি দি ন বাৰ চিতা প্ৰদক্ষিণ কৰা নিয়ম। তেওঁৰ তলৰ পদমৰ্যাদাৰ লোকৰ মৃত্যুত সাতজাপ খৰি দি সাত বাৰ প্ৰদক্ষিণ কৰে আৰু তাতকৈ তলৰ ব্যক্তিৰ ক্ষেত্ৰত হ'লে পাঁচজাপ খৰি দি পাঁচ বাৰ প্ৰদক্ষিণ কৰা হয়। মৰা শ লৈ যোৱা সময়ত শৱটো ভৰিৰ পিনে আগ কৰি নিয়ে। পোতা বা দাহ কৰাৰ পিছত সংকাৰ কৰা লোকসকল পুনৰ মৃতজনৰ ঘৰলৈ যোৱা বাটেৰে উভতি আহিব। বাটৰ চিন ৰাখিবলৈ সেই কাৰণে শৱযাত্ৰাৰ সময়ত এজনে এৰাঁ-সূতা ছিঙি ছিঙি বাটৰ নিৰ্দেশ ৰাখি

যায়। "মৃত্যু হোৱা মানুহজনৰ গাত মাহ-হালধী ঘঁহা হয়, চন্দন আদিও লগত দিয়ে। মানুহজন বুঢ়া হ'লে ঘৰৰ সকলোবোৰে মৰাৰ সময়ত সেৱা কৰে। মৰিবলগীয়াজনৰ ঘৰৰ ভিতৰতে মৃত্যু হ'বলৈ দিয়ে। মৰাৰ লগে লগে মুখত পইছা ভৰাই দিয়া হয়। দহা-কাজৰ সময়ত গৃহস্থই বহুত মূল্যৱান বস্তু দান কৰে। দান কৰা বস্তুবোৰ বাইজে অন্য সম্প্রদায়ৰ মাজত সস্তা দামত বিক্রী কৰি যি টকা-পইছা পায়, সকলোবোৰ বাইজৰ জমা-ঘৰত ৰাখে।"[২৬]

### বিয়া-বাৰুৰ সম্বন্ধ

বিয়া আৰু সম্বন্ধৰ ক্ষেত্রত দেউৰীসকল বৰ সচেতন। প্রত্যেক খেলৰ কিছুমান ফৈদ আছে। প্রত্যেক ফৈদৰ কিছুমান বিশেষ ফৈদৰ লগতহে বিয়া হ'ব পাৰে। তাৰ উপৰিও শহুৰ-বোৱাৰী, ভাইশহুৰ-ভাইবোৱাৰী আদিৰ মাজত এক প্রকাৰ সন্মানৰ ভাৱ ৰক্ষিত হয়। বিয়াৰ ক্ষেত্রত এগৰাকী পত্নীহে বৈৱাহিক সূত্রত গ্রহণ কৰিব পাৰি। প্রথম গৰাকীৰ মৃত্যুত অৱশ্যে আন এগৰাকীৰে সৈতে বিয়া হ'ব পাৰে। বিয়া-উৎসৱ নপতাকৈ ইচ্ছা কৰিলে কোনোবাই দুই-তিনি গৰাকীও আনিব পাৰে। কিন্তু এগৰাকীৰে সৈতে বিয়া হোৱাই সচৰাচৰ নিয়ম। বিধৱাই ইচ্ছা কৰিলে আনলৈ যাব পাৰে; কিন্তু বিৱাহ-উৎসৱ পাতি বিয়া সোমাব নোৱাৰে। বিৱাহ-বিচ্ছেদ সাধাৰণতে নঘটে। মানুহৰ অৱস্থা অনুযায়ী তিনি দিন বা দুদিন জুৰি নহ'লে এদিনতে বিৱাহ-উৎসৱ শেষ হয়। বিয়া ঘৰৰ মানুহে বিয়াৰ কেইদিন ৰাইজক তামোল-পাণ, মদ-ভাত সকলোখিনিৰ যোগান ধৰিব লাগিব। তিনিদিনীয়া বিয়াক ৰৰবিয়া, দুদিনীয়াক মাজুবিয়া আৰু এদিনীয়াক সৰুবিয়া বোলা হয়। আগতে উল্লেখ কৰা 'চেতনা' কাকতত প্রকাশিত প্রবন্ধটোত দেউৰীসকলৰ

২৬ দেউৰী, গণকচন্দ্র: দেউৰীসকলৰ অতীত আৰু বৰ্তমান (প্রবন্ধ): অসমৰ জনজাতি।



বিয়া-বাৰু সম্পৰ্কে এইদৰে লেখা পোৱা গৈছে: দেউৰীবিলাকৰ একে বংশৰ ভিতৰত বিয়া হ'ব নোৱাৰে। বিয়া সাধাৰণতে চাৰি প্রকাৰ—ৰৰবিয়া, সৰুবিয়া, ধৰম-বিয়া, তামোলকটা বিয়া। ৰৰবিয়া আৰু সৰুবিয়াত কন্যাৰ গিৰীহঁতে ইচ্ছা কৰিলে কন্যাৰ দাম ল'ব পাৰে। ধৰম-বিয়া আৰু তামোলকটা বিয়াত হ'লে দাম লোৱাৰ ভাৱ আহিবই নোৱাৰে। ৰৰবিয়া আৰু সৰুবিয়াত দৰাঘৰৰ, ধৰম আৰু তামোলকটাত কন্যাঘৰৰ খৰচ বেছি। তোলনী বিয়া দেউৰী-বিলাকৰ নাই। ৰৰবিয়া, সৰুবিয়া আৰু ধৰম-বিয়া ছোৱালীৰ কন্যাকাল হোৱাৰ পিছত হয়। তামোলকটা বিয়া পাতিবলৈ হ'লে ছোৱালীৰ কন্যাকাল হোৱাৰ আগত ৰাইজক চপাই (তামোল কাটি খুৱাই) আশীৰ্বাদ লয়। দেউৰীবিলাকে বিয়াত যৌতুক দিয়ে।

### দেউৰী-চুতীয়া ভাষা

আচাৰ-ব্যৱহাৰ, নীতি-নিয়মৰ বৈশিষ্ট্যৰ নিচিনা দেউৰীসকলৰ ভাষাৰো কিছুমান স্বকীয়া ৰূপ পৰিলক্ষিত হয়। বৰ্তমান সময়ত তেওঁলোকৰ ভাষাটো মাত্র ডিবঙীয়া খেলৰ লোকৰ মাজতহে সীমিত হৈ আছে। তাতো অসমীয়া ভাষাৰ শব্দ বহুতো সোমাইছে; বিশেষকৈ অমূৰ্ত ভাৱ-প্রকাশক শব্দবোৰ। দেউৰী ভাষাটো বড়ো ভাষাৰ অন্তৰ্গত। গ্রিয়াৰ্ছনে এই ভাষাটোৰ সম্পৰ্কত লেখিছিল: বড়ো ভাষাবোৰৰ ভিতৰত আটাইতকৈ পূৰ্বদেশীয় ভাষা হৈছে চুতীয়া ভাষা। ই ক্ষিপ্রগতিৰে মৃত্যুৰ পিনে আগ বাঢ়িছে। এই ভাষাটো চুতীয়াসকলৰ পুৰোহিত শ্রেণীৰ লোকসকলে কয়। ...বড়ো ভাষাৰ অন্তৰ্গত আটাইবোৰ ভাষাৰ ভিতৰত এই ভাষাটোৱে অতি প্রাচীন বৈশিষ্ট্যবোৰ সংৰক্ষণ কৰিছে যেন বোধ হয় আৰু ইয়েই মূল ভাষাৰ (য'ৰ পৰা আন আটাইবোৰৰ বিকাশ হৈছে) নিচেই ওচৰ চপা। বড়ো শাখাৰ ভাষাবোৰৰ ভিতৰত চুতীয়া আৰু কছাৰী এই দুটা ভাষাই দুটা সীমাৰ সঙ্কেত দিয়ে—এটা আটাইতকৈ কম বিকশিত আৰু এটা আটাইতকৈ বেছি বিকশিত।[২৭] দেউৰী

ভাষা কোৱা মানুহৰ বেছি ভাগেই দ্বিভাষী। ১৯৫১ ছনৰ লোক-গণনা অনুযায়ী লক্ষীমপুৰ জিলাৰ ৬,০২৮ জন দেউৰী ভাষা কোৱা লোকৰ ভিতৰত ৩,৭১৪ জনে আৰু শিৱসাগৰ জিলাৰ ৬৭৮ জনৰ ভিতৰত ৬৬৭ জনে দ্বিতীয় ভাষা অসমীয়া কয়। ধ্বনিতত্ত্বৰ পিনৰ পৰা চালে ভাষাটোত সাতোটা স্বৰধ্বনি, ওঠৰটা ব্যঞ্জনধ্বনি আৰু দুটা অৰ্দ্ধস্বৰধ্বনি বিশিষ্ট ধ্বনিৰূপে পোৱা যায়। মহাপ্ৰাণ ধ্বনিৰ অনুপস্থিতি ভাষাটোৰ এটা মন কৰিবলগীয়া বৈশিষ্ট্য। অনুনাসিকতা আৰু সুৰ ভাষাটোত বিশিষ্টধ্বনি। এই সুৰ তিনিটা: সম, নিম্ন আৰু উচ্চ। শব্দবোৰৰ ওপৰত ১ আৰু ২ সংখ্যা ব্যৱহাৰ কৰি সেই শব্দৰ সেই অক্ষৰত ক্ৰমে নিম্ন আৰু উচ্চ সুৰৰ কথা বুজাব পাৰি। সংখ্যা ব্যৱহাৰ নকৰা অক্ষৰবোৰ সম সুৰৰ বুলি বুজিব লাগিব; যেনে, নি 'পি খা', নি¹ 'ধৰ্', নি² 'গান গা'। দেউৰী-চুতীয়া ভাষাৰ বিশিষ্ট ধ্বনিসমূহক অসমীয়া আখৰেৰে এনে ধৰণে বুজাব পাৰি: অ, আ, ই, উ, এ, এ', ও; ক, গ, ঙ, চ্চ, জ, ত, দ, ন, প, ব, ম, ৰ, ল, চ, ছ, ঝ, স, হ, য়, ৱ। 'ঙ' এই বিশিষ্ট ধ্বনিটোৰ এটা সংধ্বনি হৈছে 'ঞ'। ই শব্দৰ আৰম্ভণিত ব্যৱহাৰ হয়। আন ঠাইত ঙ ব্যৱহাৰ হয়। তলত বিশিষ্ট ধ্বনিবোৰৰ উদাহৰণ দিয়া হ'ল:

**বিশিষ্ট স্বৰধ্বনি:**

/ই/ ইকুঁ² 'ধুতি'; চ্চি² 'তেজ'
/এ/ একু² 'ধোঁৱা'; চ্চেঁ² 'বুকু'
/এ'/ এ'বেগা² 'ঘৃণা কৰ্'
/আ/ আকুঁ¹ 'কাণ'; চ্চা² 'বেয়া'
/অ/ অচিগি¹ 'নখ, খুৰা'; চ্চঁ² 'কুঁহিয়াৰ'
/ও/ ওচুঁ² 'খাৰু'
/উ/ উতুঁ¹ 'পেটৰ ওপৰ ভাগ'; চ্চু² ,গাহৰি'

২৭ Linguistic Survey of India, Vol. I Part I. ch. VI.



**বিশিষ্ট ব্যঞ্জনধ্বনি:**

/প/ পুঁজি¹ 'সোণ'
/ব/ বুঝি¹ 'ন বৌ'
/ত/ তু² 'তেল'
/দ/ দু² 'কুকুৰা'
/চ্চ/ চ্চা² 'বেয়া'
/জ/ জা² 'নাই'
/ক/ কুই² 'পৰে'
/গ/ গুঁই² 'তামোল'
/ম/ মু² 'নাম'
/ন/ নু¹ 'নাও'; তুনা¹ 'টেকেলি'
/ঙ/ ঙে¹ [ঞে¹] 'জুই'; তঙা¹ 'গামোচা'
/ল/ লুগু² 'ঢাল্'
/ৰ/ ৰুগি¹ 'জান, জুৰি'
/চ/ চিঙ্¹ 'লো'
/ঝ/ ঝিঙ্¹ 'আইতা'
/স/ সুঁ² 'ঠেল্'
/হ/ হুঁ² 'নাম্'
/ছ/ ছু² 'কাপোৰ ধো'
/য়/ য়া¹ 'পৃথিৱী'
/ৱ/ ৱা² 'পগা'

**সুৰ:**

| | |
|---|---|
| আকুঁ¹ 'কাণ'; | আকুঁ² 'বাম' |
| উজুঁ¹ 'নাভি'; | উজুঁ² 'বাঁহৰ চুঙা' |
| ক¹ 'আহ্'; | ক² 'ছিঙ্' |
| চ্চা¹ 'গছৰ পাত'; | চ্চা² 'বেয়া' |

চ্চি¹ 'মৰ্' ; চ্চি² 'তেজ'
চ্চু¹ 'ভাষা' ; চ্চু² 'গাহৰি'
তু¹ 'দ' ; তু² 'তেল'
দিঁ¹ 'টকা' ; দিঁ² 'টান্'
নি 'পি খা' ; নি¹ 'ধৰ্' ; নি² 'গান গা'
পিচ্চঁ¹ 'হাড়' ; পিচ্চঁ² 'কপাল'
মিৰঁ¹ 'কাঁহী' ; মিৰঁ² 'চাকৰ'
লি¹ 'হাৰ' ; লি² 'ধান দা'
লে¹ 'দি' ; লে² 'গুৰি কৰ্'
চিঙ্¹ 'লো' ; চিঙ্² 'লোণ'
ছু 'এহাৰৰ বাঁট' ; ছু¹ 'ভুক্' ; ছু² 'কাপোৰ ধো'

অনুনাসিকতা ঃ

ইজি² 'নাহৰ গছ' ; ইঁজি² 'আফিং'
ইকু² 'বান্দৰ' ; ইকুঁ² 'ধুতি'
কু² 'পৰ্' ; কুঁ² 'জ্বলা লাগ্'
কে² 'যা' ; কেঁ² 'লাগি ধৰ্'
চ্চি² 'তেজ' ; চ্চিঁ² 'শো'
চ্চুই² 'ভাল' ; চ্চুঁই² 'চূণ'
জা² 'নাই' ; জাঁ² 'নাচ্'
সোই² 'বন্ধু' ; সোঁই² 'হয়, সঁচা'
চ্চ² 'জোৰ্' ; চ্চঁ² 'কুঁহিয়াৰ'
ঢু² 'কুকুৰা' ; ঢুঁ² 'বাস কৰ্'

**ধ্বনি পৰিৱৰ্তন ঃ** পূৰ্বৱৰ্তী অক্ষৰত নাসিক্য ধ্বনি বা অনুনাসিকতা বা -হ্ৰ- এই অক্ষৰটো থাকিলে পৰৱৰ্তী অক্ষৰত থকা ব, ৰ, ৰ্ব ধ্বনি ক্ৰমে ম, ন, ন্ম ধ্বনিত পৰিণত হয়। সিপিঠিত উদাহৰণ দিয়া হ'ল ঃ



| | -বে | -বে-ম্ | -ব-কু-ম্ | -ৰে-ই | -ৰ্বা |
|---|---|---|---|---|---|
| হা 'খা' | হা-বে | হা-বে-ম্ | হা-ব-কু-ম্ | হা-ৰে-ই | হা-ৰ্বা |
| গেঁ 'পিন্ধ্' | গেঁ-মে | গেঁ-মে-ম্ | গেঁ-ম-কু-ম্ | গেঁ-নে-ই | গেঁ-ন্মা |
| নি 'ধৰ' | নি-মে | নি-মে-ম্ | নি-ম-কু-ম্ | নি-নে-ই | নি-ন্মা |
| লাহ্ৰ 'থ' | লাহ্ৰ-মে | লাহ্ৰ-মে-ম্ | লাহ্ৰ-ম-কু-ম্ | লাহ্ৰ-নে-ই | লাহ্ৰ-ন্মা |
| কিনা 'শুন্' | কিনা-মে | কিনা-মে-ম্ | কিনা-ম-কু-ম | কিনা-নে-ই | কিনা-ন্মা |

**ৰূপতত্ত্ব ঃ বচন ঃ** দেউৰী ভাষাত দুটা বচন আছে, এক-বচন আৰু বহুবচন। একবচনৰ পৰা বহুবচন কৰিবলৈ হ'লে একবচন বুজোৱা শব্দৰ পিছত -কানি, -লাজু বা -চ্চিগা প্ৰত্যয় যোগ দিয়া হয়। -কানিতকৈ -লাজু বেছি সন্মানসূচক। -চ্চিগা মানুহৰ ক্ষেত্ৰতহে বিকল্পে ব্যৱহাৰ হয়। উদাহৰণ ঃ

| একবচন | বহুবচন |
|---|---|
| আচ্চঁ 'ঘৰ' | আচ্চঁ-কানি 'ঘৰবোৰ' |
| মেই 'ম'হ' | মেই-কানি 'ম'হবোৰ' |
| মোছি 'মানুহ' | মোছি-কানি 'মানুহবোৰ' |
| লে'পেহুৰ 'ছাগলী' | লে'পেহুৰ-কানি 'ছাগলীবোৰ' |
| কিন্তু গিৰা 'বুঢ়া মানুহ' | গিৰা-কানি, গিৰা-লাজু, গিৰা-চ্চিগা 'বুঢ়া মানুহবোৰ' |
| মৌচা 'সৰু ল'ৰা' | মৌচা-কানি, মৌচা-লাজু, মৌচা-চ্চিগা 'সৰু ল'ৰাবোৰ' |

**লিঙ্গ ঃ** পুৰুষবাচক শব্দৰ পৰা স্ত্ৰীবাচক শব্দ কৰিবলৈ হ'লে দেউৰী ভাষাত তিনি প্ৰকাৰে কৰিব পাৰি ঃ (১) জীৱন্ত বস্তু বা মানুহ বুজোৱা শব্দৰ আগত মুকাগু ( তু. মুকা 'গিৰীয়েক' ) আৰু মিচিগু ( তু. মিচি 'ঘৈণীয়েক' ) শব্দ যোগ দি (২) পুৰুষবাচক শব্দৰ পিছত -চি প্ৰত্যয় লগ লগাই ( মানুহৰ ক্ষেত্ৰতেই সাধাৰণতে

ইয়াৰ ব্যৱহাৰ পোৱা যায় ) আৰু (৩) বিভিন্ন শব্দ প্ৰয়োগ কৰি। উদাহৰণ ঃ

(১) মুকাগু লে'পেচুৰ 'মতা ছাগলী' ; মিচিগু লে'পেচুৰ 'মাইকী ছাগলী'

মুকাগু মোছি 'মতা মানুহ' ; মিচিগু মোছি 'মাইকী মানুহ'। গাহৰি আৰু কুকুৰাৰ ক্ষেত্ৰত মতা-মাইকী বুজাবলৈও বেলেগ বেলেগ শব্দ ব্যৱহাৰ কৰা হয় ; যেনে,

চ্চুৱঁ চ্চু 'মতা গাহৰি', ; চ্চুক্ৰা চ্চু 'মাইকী গাহৰি' ;
তুপা তু 'মতা কুকুৰা' ; তুক্ৰা তু 'মাইকী কুকুৰা'।

(২) গিবা 'বুঢ়া' ; গিবা-চি 'বুঢ়ী'
পিচা 'ল'ৰা' ; পিচা-চি 'ছোৱালী'

(৩) বাঙ্ 'দেউতা' ; য়ঙ্ 'মা'
দিঙ্ 'ককাদেউতা ; ঝিঙ্ 'আইতা'
মুকা 'গিৰীয়েক' ; মিচি 'ঘৈণীয়েক'

সম্বোধন বুজোৱা শব্দবোৰৰ সম্বোধন কৰোঁতে এটা ৰূপ আৰু উল্লেখ কৰোঁতে আন এটা ৰূপ ভাষাটোৰ এটা স্বকীয়া বৈশিষ্ট্য : যেনে, আজি 'জোঁৱাই' ( সম্বোধনত ) ; কিন্তু পিজি ( উল্লেখত ) ; বাঙ্ 'দেউতা' ( সম্বোধনত ) ; কিন্তু চ্চিপা ( উল্লেখত ) ; কাই 'ককাই' ( সম্বোধনত ) ; কিন্তু চ্চিপু ( উল্লেখত ) ইত্যাদি।

**বিশেষ্য আৰু সৰ্বনাম ঃ** বিশেষ্য শব্দবোৰৰ বচন আৰু লিঙ্গ পৰিৱৰ্তনৰ প্ৰণালী ওপৰত আলোচনা কৰা হৈছে। সৰ্বনামবোৰৰ লিঙ্গ-ভেদ নাই। অসমীয়া ভাষাৰ নিচিনা দেউৰী ভাষাত সৰ্বনাম-বোৰৰ সন্মানাৰ্থে হোৱা বিশেষ প্ৰয়োগো পোৱা নাযায়। প্ৰথম, দ্বিতীয় আৰু তৃতীয় এই তিনিটা পুৰুষৰ সৰ্বনাম আছে। সেইবোৰৰ একবচন আৰু বহুবচনৰ ৰূপ বেলেগ বেলেগ। সৰ্বনামবোৰক কেইবাটাও ভাগত ভগাব পাৰি ; যেনে, পুৰুষৱাচক, নিশ্চয়ৱাচক, সম্বন্ধৱাচক, প্ৰশ্নৱাচক, অনিৰ্দিষ্টতাৱাচক আদি। এইবোৰৰ উপৰি



সৰ্বনামবোৰৰ পৰা (ক) গুণ আৰু (খ) পৰিমাণ বুজোৱা বিশেষণৰ ৰূপো কৰিব পৰা হয় ; যেনে,

(ক) দা-কিআ 'কেনেকুৱা'
বা-কিআ 'তেনেকুৱা'
লা-কিআ 'এনেকুৱা'

(খ) দা-চ্চা 'কিমানখিনি'
বা-চ্চা 'সিমানখিনি'
লা-চ্চা 'ইমানখিনি'

**পুৰুষৱাচক সৰ্বনাম ঃ**

| পুৰুষ | একবচন | বহুবচন |
|---|---|---|
| ১ম | আঁ 'মই' | জো, জাউ 'আমি' |
| ২য় | ন 'তই, তুমি, আপুনি' | নৌ, লৌ 'তহঁত, তোমালোক, আপোনালোক' |
| ৩য় | বা 'সি, তাই' | বাউ 'সিহঁত' |

**নিশ্চয়ৱাচক সৰ্বনাম ঃ** লা, ইলা 'এইটো'
বাবা 'সেইটো'
বৌবা, বৌৰে 'সৌটো'

**সম্বন্ধৱাচক সৰ্বনাম ঃ** জিবা 'যি, যিটো, যিজন'
জিবা···বা 'যি···সি'

**প্ৰশ্নৱাচক সৰ্বনাম ঃ** চা 'কোন', দাম্ 'কি', দাম্দি 'কি', বুৰ 'কিহ'

**অনিৰ্দিষ্টতাৱাচক সৰ্বনাম ঃ** চাৰ্মা 'কোনোবা'
দামামুজা 'যি কোনো'
চেঁউনে 'কোনো'
মিচ্চিগনানে 'একো'
মিচ্চাগা 'কিছুমান'

**শব্দ-বিভক্তি ঃ** দেউৰী ভাষাত পোৱা শব্দবিভক্তিবোৰক তলত দিয়া ধৰণে সজাব পাৰি ঃ

| | |
|---|---|
| প্ৰথমা | -আ |
| দ্বিতীয়া | -না |
| তৃতীয়া | -চ্চঙ্ |
| চতুৰ্থী | -মাই, (-না-মাই ), -দ |
| পঞ্চমী | -চ্চালে, -চ্চাপিলে ( বিকল্পে ) |
| ষষ্ঠী | -ইঅ |
| সপ্তমী | -অ, -হ |

বিশেষকৈ নুবুজালে কৰ্তাকাৰকত কোনো বিভক্তি যোগ নহয়। নিৰ্দিষ্টভাৱে বুজাবলৈ হ'লে -আ প্ৰত্যয় যোগ দিয়া হয়। বিশেষকৈ উল্লেখ নকৰিলে অপ্ৰাণীবাচক শব্দৰ পাছত কৰ্মকাৰকত দ্বিতীয়া বিভক্তি যোগ নহয়; যেনে, আঁ মকঁ হাবেম 'মই ভাত খালোঁ'। অসমীয়াত -ৰে, -ৰ দ্বাৰা, -ৰ দ্বাৰায় আদিয়ে বুজোৱা অৰ্থ প্ৰকাশ কৰিবলৈ দেউৰী-চুতীয়া ভাষাত -চ্চঙ্ বিভক্তি যোগ হয়; যেনে, ওতুঁ-চ্চঙ্ 'হাতেৰে', মোছি-চ্চঙ্ 'মানুহৰ দ্বাৰা, দাম-চ্চঙ্ 'কিহেৰে'। কোনো ঠাইলৈ বা ঠাইৰ পিনে অৰ্থ বুজাবলৈ চতুৰ্থী বিভক্তি -মাই ব্যৱহাৰ কৰা হয়। দ্বিতীয়া বিভক্তি -নাৰ পাছত -মাই যোগ দি কোনো বস্তু বা ব্যক্তিৰ কাৰণে এই অৰ্থ প্ৰকাশ কৰা হয়। -দৰ সলনি -না-মাই বিকল্পে ব্যৱহাৰ কৰিব পাৰি; যেনে, আঁ-দ, আঁ-না-মাই 'মোৰ কাৰণে'। ইচ্‌কুল-মাই আৰু ইচ্‌কুল-না-মাইৰ দ্বাৰা ক্ৰমে স্কুললৈ আৰু স্কুলৰ কাৰণে এই অৰ্থ প্ৰকাশিত হ'ব। অধিকৰণ কাৰকত ব্যঞ্জনান্ত আৰু ইকাৰান্ত শব্দৰ পাছত -অ আৰু আন ঠাইত -হ প্ৰত্যয় যোগ হয়। উদাহৰণ ঃ য়া-হ 'পৃথিৱীত', আচ্চঁ-হ 'ঘৰত', আতিগু-হ 'গাৱঁত', চেচঁ-হ 'বুকুত'; ঝি-অ 'পানীত', ইচ্‌কুল্-অ 'স্কুলত', বাচ্-অ 'বাছত'।



**ক্ৰিয়া-বিভক্তি ঃ** দেউৰী ভাষাত ক্ৰিয়াবোৰৰ বিৱিধ কাল বুজাবলৈহে সলনি হয়। পুৰুষ আৰু বচন অনুযায়ী ক্ৰিয়াৰ কোনো পৰিৱৰ্তন নহয়। ভিন ভিন কাল বুজাবলৈ ধাতুৰ পিছত কিছুমান বিভক্তি সংযোগ কৰা হয়। কিছুমান বিভক্তি ধাতুৰ পিছতেই যোগ হয় আৰু কিছুমান ধাতুৰ পিছত যোগ হোৱা মধ্য প্ৰত্যয়ৰ পাছত যোগ হয়। ক্ৰিয়া-বিভক্তি কেইটা হ'ল ঃ -ই, -না, -ম্, -ন্, -ৰি, -দে। এইবোৰৰ ভিতৰত -ই, -ন্ আৰু -ৰি ধাতুৰ পিছত পোণেই যোগ হয়। -না, -ম্ আৰু -দে ধাতুৰ পিছত যোগ হোৱা মধ্য প্ৰত্যয়ৰ পিছত যোগ হয়। দেউৰী ভাষাত ধাতুবোৰ স্বৰান্ত। ভাষাটোত তিনিটা প্ৰধান কাল আছে ঃ বৰ্তমান কাল, ভূত কাল আৰু ভৱিষ্যত কাল। বৰ্তমান কালৰ দুটা ৰূপ ঃ নিত্য বৰ্তমান আৰু তাৎকালিক বৰ্তমান। প্ৰত্যেক কালৰ অবিচ্ছিন্নতা অৰ্থত আকৌ তিনিটা ৰূপ কৰিব পাৰি। এইবোৰৰ উপৰিও পূৰ্ণ বৰ্তমান আৰু পূৰ্ণ ভূতকাল নামৰ দুটা কাল আছে। গতিকে মুখ্য কাল-বিভাগ তলত দিয়া ধৰণে হ'ব গৈ ঃ

| | | |
|---|---|---|
| নিত্য বৰ্তমান ঃ | আঁ হা-ই | 'মই খাওঁ' |
| তাৎকালিক বৰ্তমান ঃ | আঁ হা-বে-না | 'মই খাওঁ' |
| ভূত কাল ঃ | আঁ হা-বে-ম্ | 'মই খালোঁ' |
| ভৱিষ্যত কাল ঃ | আঁ হা-ন্ | 'মই খাম' |
| পূৰ্ণ বৰ্তমান কাল ঃ | আঁ হা-ৰি | 'মই খাইছোঁ' |
| পূৰ্ণ ভূত কাল ঃ | আঁ হা-ৰো-ম্-দে | 'মই খাইছিলোঁ' |

নিত্য বৰ্তমান কালৰ অবিচ্ছিন্নতা অৰ্থ প্ৰকাশ কৰিবলৈ ধাতু আৰু পূৰ্ণ বৰ্তমান কালৰ বিভক্তিৰ মাজত -চ্চি- প্ৰত্যয় দিয়া হয়। তাৎকালিক বৰ্তমানৰ অবিচ্ছিন্নতা অৰ্থত ক্ৰিয়াৰ অসমাপিকা ৰূপৰ ( ধাতুৰ পিছত -ঙ্‌না যোগ কৰি ) লগত আছে ক্ৰিয়া ( দু-ই ) যোগ দিয়া হয়। ক্ৰিয়াৰ অসমাপিকা ৰূপৰ পিছত আছে ক্ৰিয়াৰ ভৱিষ্যত কালৰ ৰূপ ( দু-ন ) যোগ দি ভৱিষ্যত কালৰ অবিচ্ছিন্নতাৰ অৰ্থ

প্ৰকাশ কৰা হয়। ভৱিষ্যত কালৰ অবিচ্ছিন্নতাৰ ৰূপৰ পাছত পূৰ্ণ ভূতকালৰ বিভক্তি -দে লগ লগালে ভূত কালৰ অবিচ্ছিন্নতাৰ অৰ্থ প্ৰকাশিত হয়। উদাহৰণ ঃ

(১) আঁ হা-চ্চি -ৰি 'মই খাই আছোঁ' ( নিত্য বৰ্তমান )
(২) আঁ হা-ঙ্‌না ড়ু-ই 'মই খাই আছোঁ' (তাৎকালিক বৰ্তমান)
(৩) আঁ হা-ঙ্‌না ড়ু-ন 'মই খাই থাকিম'
(৪) আঁ হা-ঙ্‌না ড়ু-ন-দে 'মই খাই আছিলোঁ'

**প্ৰশ্নাৰ্থক আৰু নাস্ত্যৰ্থক প্ৰত্যয় ঃ** দেউৰী ভাষাত ক্ৰিয়া-ৰূপৰ পাছত নাস্ত্যৰ্থক -আ যোগ কৰা হয়। প্ৰশ্নাৰ্থক প্ৰত্যয় হৈছে -না। ই ক্ৰিয়াৰ সাধাৰণ নাইৰা নাস্ত্যৰ্থক ৰূপৰ পাছত সংযোজিত হয়। -না বিশেষণ-ৰূপৰ পাছতো লগ লাগিব পাৰে। উদাহৰণ ঃ

ন নিজিঁ 'তুমি জানা'
ন নিজিঁ-না 'তুমি জানা নে ?'
ন নিজিঁ-আ 'তুমি নাজানা'
ন নিজিঁ-আ-না 'তুমি নাজানা নে ?'
মোছি চ্চুই-না 'মানুহজন ভাল নে ?'

**অন্য প্ৰত্যয় ঃ** ধাতুৰ লগত পৰ-প্ৰত্যয়, পূৰ্ব-প্ৰত্যয় নাইৰা মধ্য-প্ৰত্যয় সংযোগ কৰি বিভিন্ন ভাৱ প্ৰকাশ কৰা ৰীতি দেউৰী ভাষাৰ এটা ডাঙৰ বিশেষত্ব। তলত সেইবোৰৰ সাধাৰণ আলোচনা দিয়া হ'ল ঃ

**(ক) ধাতুৰ পিছত যোগ হোৱা প্ৰত্যয় ঃ**

(১) -ঙ্‌না ( অসমাপিকা ) ঃ হা-ঙ্‌না 'খাই', কিনা-ঙ্‌না 'শুনি'
(২) -বহ/-মহ ( বৰ্তমানকালিক কৃদন্ত ) ঃ হা-বহ 'খাওঁতে', নি-মহ 'ধৰোঁতে'।
(৩) -বাই/-মাই ( কাৰণে ) ঃ ক-বাই 'অহা কাৰণে', ন-মাই 'কৰা কাৰণে'



(৪) -বে/-মে ( অনুজ্ঞা ) ঃ হা-বে 'খোৱা', নি-মে 'পি খোৱা'
(৫) -ৰ্‌বা/-ন্‌মা ( ভূতকালিক কৃদন্ত ) ঃ কা-ৰ্‌বা 'তিতা', কাঁ-ন্‌মা 'গৰম'
(৬) -নৈ ( তুমুনাৰ্থক ) ঃ হা-নৈ 'খাবলৈ' ( সাধাৰণ অৰ্থত ); যেনে, তিজু হা-নৈ চ্চুই 'আম খাবলৈ ভাল' ; হা-কু-নৈ 'খাবলৈ' ( ব্যক্তিৰ ক্ষেত্ৰত ); যেনে, আঁ মকঁ হা-কু-নৈ কে-না 'মই ভাত খাবলৈ যাওঁ'

**(খ) ক্ৰিয়া-ৰূপৰ পাছত বহা প্ৰত্যয় ঃ**

(১) -আ ( কৰ্তাজনক বুজায় ) ঃ হা-ই-আ 'খাওঁতা', পুঁজি হামকু-ই-আ 'সোণ চুৰ কৰাজন অৰ্থাৎ সোণাৰী'
(২) -চ্চ ( সঁজুলি বা পাত্ৰ বুজায় ) ঃ সি-চ্চ 'হাল', হা-চ্চ 'খোৱা পাত্ৰ'

**(গ) ক্ৰিয়াৰ নাস্ত্যৰ্থক ৰূপৰ পাছত যোগ হোৱা প্ৰত্যয় ঃ**

(১) -তি ( নোপোৱা, নকৰা আদি অৰ্থত ) ঃ হা-ই-আ-তি 'খোৱা নাই', নিমা-ই-আ-তি 'পোৱা নাই'
(২) -বা/-মা ( কোনো গুণ বা দোষ থকা অৰ্থত ) ঃ মে-ই 'শকত হয়', মে-ই-আ 'শকত নহয়', মে-ই-আ-বা 'খীণ', কিনা-ই 'শুনে', কিনা-ই-আ 'নুশুনে', কিনা-ই-আ-মা 'কলা'

**(ঘ) ধাতুৰ আগত যোগ হোৱা প্ৰত্যয় ঃ**

দা- ( নিষেধাত্মক অনুজ্ঞা অৰ্থত ) ঃ দা-হা 'নাখাবা', দা-ক 'নাহিবা', দা-নিচ্চা 'নক'বা'

**(ঙ) ধাতু আৰু ক্ৰিয়া-বিভক্তিৰ মাজত বহা প্ৰত্যয় ঃ**

(১) -চ্চি- ( পুনঃ পুনঃ অৰ্থত ) ঃ হা-চ্চি-ন 'বাৰে বাৰে খাই থাকিম'

(২) -জু- ( পাৰস্পৰিক অৰ্থত ) : য়ো-জু-ই 'পৰস্পৰে কটাকটি কৰে'

(৩) -জে- ( বাধ্যতা অৰ্থত ) : হা-জে-ন 'খাব লাগিব'

(৪) -তে- ( শেষ কৰা অৰ্থত ) : হা-তে-ই 'শেষ কৰি খায়'

(৫) -পা- ( পাঁচনী অৰ্থত ) : হা-পা-ই 'খুৱায়'

(৬) -মা- ( সক্ষম অৰ্থত ) : হা-মা-ই 'খাব পাৰোঁ'

(৭) -মু- ( বৈধ অৰ্থত ) : হা-মু-ই 'খাব পায়'
হা-মু-ই-আ 'খাব নাপায়'

(৮) -ৰো- ( সম্পন্ন হোৱা অৰ্থত ) : কু-ৰো-ম 'পৰি গ'ল'
চ্চি-ৰো-ম 'মৰি গ'ল'

(৯) -হা- ( কোনো কাৰ্য কৰি অহা অৰ্থত ) : নিচ্চা-হা-ৰি 'কৈ আহিছোঁ'

**নিৰ্দিষ্টতাৱাচক আৰু সংখ্যাৱাচক শব্দ :** দেউৰী ভাষাত দহ সংখ্যাৰ আৰু চাৰি সংখ্যাৰ একোটা গোটেৰে গণনা কৰা হয় আৰু তাৰ বাবে বিশেষ্য শব্দৰ পাছত কিছুমান ৰূপ লগ লগোৱা হয়। সেইবোৰে নিৰ্দিষ্টতা ভাৱ প্ৰকাশ কৰে। সেই ৰূপবোৰ মূল শব্দৰ লগত লগ লগাৰ কোনো বিশেষ পদ্ধতি আছে যেন নালাগে। অৰ্থাৎ সেইবোৰ ৰূপসাপেক্ষ। তলত দিয়া উদাহৰণবোৰৰ দ্বাৰা কথাটো স্পষ্ট হ'ব :

(১) **মুজা** ( মানুহ বুজোৱা ৰূপৰ বাহিৰে আন ৰূপৰ লগত যোগ হয় ; যেনে, পাত-মুজা 'পাঠ এক' ) : গণনা :

মুজা = ১, মুহুনি = ২, মুঙ্‌দা = ৩, মুত্‌চ্চি = ৪, মুমুআ = ৫,
মুচ্চু = ৬, মুচ্চিঙ্‌ = ৭, মুচ্চে = ৮, মুহুগু = ৯, মুহুগা = ১০,
মুহুগা মুজা = ১১, মুহুগা মুহুনি = ১২, মুহুগা মুঙ্‌দা = ১৩,
মুহুগা মুত্‌চ্চি = ১৪, মুহুগা মুমুআ = ১৫, মুহুগা মুচ্চু = ১৬,
মুহুগা মুচ্চিঙ্‌ = ১৭, মুহুগা মুচ্চে = ১৮, মুহুগা মুহুগু = ১৯,
কুঁআচ্চা = ২০, কুঁআকিন্‌ = ৪০, কুঁআঙ্‌দা = ৬০,



কুঁ আত্‌চ্চি = ৮০, কুঁ আত্‌চ্চি কুঁ আচ্চা = ১০০

(২) **জুগিচ্চা** ( মানুহৰ বাহিৰে আন ক্ষেত্ৰত বুজোৱা গোট ) :
জুগিচ্চা = ৪, জুগিকিন্‌ = ৮, জুগিঙ্‌দা = ১২, জুগিত্‌চ্চি = ১৬,
জুগিত্‌চ্চি জুগিচ্চা = ২০

(৩) **কুজা** ( কটাৰী, কুঠাৰ, অস্ত্ৰ-শস্ত্ৰ, যান-বাহন আদিৰ লগত যোগ হয় ; যেনে, য়োগি-কুজা 'এখন কটাৰী' ) :
কুজা = ১, কুহুনি = ২, কুঙ্‌দা = ৩, কুত্‌চ্চি = ৪, কুমুআ = ৫,
কুচ্চু = ৬, কুচ্চিঙ্‌ = ৭, কুচ্চে = ৮, কুজুগু = ৯, কুজুগা = ১০

(৪) **গুজা** ( বাঁহ, পেন্সিল আদি শব্দৰ লগত যোগ হয় ; যেনে, য়ুআ-গুজা 'এডাল বাঁহ' ) :
গুজা = ১, গুহুনি = ২, গুঙ্‌দা = ৩, গুত্‌চ্চি = ৪, গুমুআ = ৫,
গুচ্চু = ৬, গুচ্চিঙ্‌ = ৭, গুচ্চে = ৮, গুহুগু = ৯, গুহুগা = ১০

(৫) **তিচ্চা** ( আম, তামোল, আলু, কণী, বাটি আদি বুজোৱা শব্দৰ পাছত যোগ হয় ; যেনে, গুই-তিচ্চা 'এটা তামোল' ) :
তিচ্চা = ১, তিকিনি = ২, তিগ্‌দা = ৩, তিত্‌চ্চি = ৪, তিমুআ = ৫,
তিচ্চু = ৬, তিচ্চিঙ্‌ = ৭, তিচ্চে = ৮, তিজুগু = ৯, তিজুগা = ১০

(৬) **হুকুচ্চা** ( মানুহ বুজোৱা শব্দৰ লগত হে ব্যৱহাৰ হয় ; যেনে, মোছি-হুকুচ্চা 'এজন মানুহ' ) :
হুকুচ্চা = ১, হুকুনি = ২, হুগুঙ্‌দা = ৩, হুগুত্‌চ্চি = ৪,
হুগুমুআ = ৫, হুগুমুচ্চু = ৬, হুগুমুচ্চিঙ্‌ = ৭, হুগুমুচ্চে = ৮,
হুগুমুহুগু = ৯, হুগুমুহুগা = ১০

(৭) **তিজা** ( কাপোৰ, ৰছী, সূতা, দীঘল মাছ আদিৰ লগত যোগ হয় ; যেনে, ঙি [ ঙ্গি ]—তিজা 'কাপোৰ এখন' ) :
তিজা = ১, তিহিনি = ২, তিঙ্‌দা = ৩, তিত্‌চ্চি = ৪, তিমুআ = ৫,
তিচ্চু = ৬, তিচ্চিঙ্‌ = ৭, তিচ্চে = ৮, তিজুগু = ৯, তিজুগা = ১০

(৮) **পাত্‌চ্চা** ( ছাতি, বেজি, ব'ঠা, মাছ-ধৰা জোঙাল অস্ত্ৰ আদি বুজোৱা শব্দৰ পিছত যোগ হয় ; যেনে, চিমি-পাত্‌চ্চা 'এটা বেজি' ) :

পাত্‌চ্চা = ১, পাত্‌কিন = ২, পাত্‌দা = ৩, পাত্‌চ্চি = ৪, পামুআ = ৫, পাত্‌চ্চু = ৬, পাত্‌চ্চিঙ্‌ = ৭, পাত্‌চ্চে = ৮, পাত্‌তুগু = ৯, পাত্‌তুগা = ১০

(৯) পে'চ্চা (কাণ, নাক, হাত, ভৰি আদি বুজোৱা শব্দৰ পাছত যোগ হয় ; যেনে, আপাচু-পে'চ্চা 'এখন ভৰি') ঃ

পে'চ্চা = ১, পেকিনি = ২, পে'গ্‌দা = ৩, পেত্‌চ্চি = ৪, পেমুআ = ৫, পেচ্চু = ৬, পেচ্চিঙ্‌ = ৭, পেচ্চে = ৮, পেজুগু = ৯, পেজুগা = ১০

(১০) চিতিচ্চা (ফলা বাঁহ, কাঠৰ চেপেটা টুকুৰা, টিনৰ চেপেটা টুকুৰা আদি বুজোৱা শব্দৰ পিছত যোগ হয় ; যেনে, কাপি-চিতিচ্চা 'এখন পীৰা') ঃ

চিতিচ্চা = ১, চিতিকিন = ২, চিতিঙ্‌দা = ৩, চিতিচ্চি = ৪, চিতিমুআ = ৫, চিতিচ্চু = ৬, চিতিচ্চিঙ্‌ = ৭, চিতিচ্চে = ৮, চিতিতুগু = ৯, চিতিতুগা = ১০

(১১) হাচ্চা (কাগজৰ খিলা, গছৰ পাত, পাণ আদি বুজোৱা শব্দৰ পিছত যোগ হয় ; যেনে, পেম্‌চু-হাচ্চা 'পাণ এখিলা') ঃ

হাচ্চা = ১, হাকিনি = ২, হাগ্‌দা = ৩, হাত্‌চ্চি = ৪, হামুআ = ৫, হাচ্চু = ৬, হাচ্চিঙ্‌ = ৭, হাচ্চে = ৮, হাজুগু = ৯, হাজুগা = ১০

**মাহ আৰু দিনৰ গণনা ঃ** তলত দিয়া ধৰণে মাহ আৰু দিনৰ গণনা কৰা হয় ঃ

(মাহ) য়াচ্চা = ১, য়াকিনি = ২, য়াগ্‌দা = ৩, য়াত্‌চ্চি = ৪, য়ামুআ = ৫, য়াচ্চু = ৬, য়াচ্চিঙ্‌ = ৭, য়াচ্চে = ৮, য়াজুগু = ৯, য়াজুগা = ১০

(দিন) চাজা = ১, চাহিনি = ২, চাঙ্‌দা = ৩, চাত্‌চ্চি = ৪, চামুআ = ৫, চাচ্চু = ৬, চাচ্চিঙ্‌ = ৭, চাচ্চে = ৮, চাজুগু = ৯, চাজুগা = ১০



**পূৰণবাচক সংখ্যাবাচক শব্দ ঃ** এনেবোৰ শব্দ তলত দিয়া ধৰণে সিদ্ধ হয় ঃ

মচ্চা 'এবাৰ', মকিনি 'দুবাৰ', মগ্‌দা 'তিনি বাৰ', মত্‌চ্চি 'চাৰি বাৰ', মমুআ 'পাঁচ বাৰ', মচ্চু 'ছবাৰ', মচ্চিঙ্‌ 'সাত বাৰ', মচ্চে 'আঠ বাৰ', মতুগু 'ন বাৰ', মতুগা 'দহ বাৰ'

**প্ৰতিধ্বন্যাত্মক শব্দ ঃ** দেউৰী ভাষাত শব্দৰ প্ৰথম ধ্বনিটো যদি 'চ' বা 'জ' হয়, তেনেহ'লে পাছৰ অংশত 'প' হ'ব আৰু আন ক্ষেত্ৰত পাছৰ অংশত 'চ' হ'ব ; যেনে, চিঙ্‌-পিঙ্‌ 'নিমখ-চিমখ', চি-পি 'কুকুৰ-চুকুৰ', ঝিবি-পিবি 'বাটি-চাতি' ; কিন্তু হু-চু 'কুকুৰা-চুকুৰা', মেপুঁ-চেপুঁ 'ভালুক-চালুক' ইত্যাদি ।

**শব্দমালা ঃ**

/অ/

| | |
|---|---|
| অঁচ্চ[২] | 'অপেক্ষা কৰ্‌' |
| অচ্চ[১] | 'হাত পাত্‌' |
| অজ[১] | 'খেল্‌' |
| অত[১] | 'চা' |
| অমচ্চাৰে[১] | 'বহুত' |
| অচিগি[১] | 'নখ, খুৰা' |
| অচ্‌তি[১] | 'আঙুলি' |

/আ/

| | |
|---|---|
| আঁ[১] | 'মই' |
| আইআ[১] | 'বোৱাৰী' |
| আউগ[১] | 'পথাৰৰ দাঁতি' |
| আকুঁ[২] | 'বাম' |
| আকুঁ[১] | 'কাণ' |
| আকুঁ[১] চ্চিআ[১] | 'কাণৰ লতি' |
| আকোগু[২] | 'নৰ্দমা, খাল' |

| | |
|---|---|
| আগুঁ[২] | 'আঁঠু' |
| আগুঁঝুঁ[২] | 'নমস্কাৰ কৰ্' |
| আচ্চঁ[২] | 'ঘৰ' |
| আচ্চেচ্ছ্[২] | 'গোৰ মাৰ্' |
| আজি[১] | 'জোঁৱাই, ( সম্বোধনত )' |
| আতিগু[২] | 'গাওঁ' |
| আতিৰি[২] | 'শিল' |
| আদিগা | 'দেউৰীসকলৰ ঘৰৰ চাঙৰ বাঁহৰ খুঁটা' |
| আদিগা[১] | 'বেছি হ' |
| আদিৰি[২] | 'বোকা' |
| আহুগো[১] | 'চোতাল' |
| আপাকুৰ্[২] | 'জোতা, ছেণ্ডেল, খৰম' |
| আপাচু[১] | 'ভৰি' |
| আপাচু[১] চ্চিকা[১] | 'ভৰিৰ কলাফুল' |
| আপুই[২] পিচা[১] | 'ভাই' |
| আপে[১] | 'ডল্লা' |
| আমা[১] | 'ভৰিৰ খোজ' |
| আমু[১] | 'মানুহৰ ছাঁ' |
| আম্চু[২] | 'ঢাৰি' |
| আৰুঁ[২] | 'গছৰ শিপা' |
| আচঁ[২] | 'বাঁহৰ চঁছালি' |
| আঁচা[২] | 'দূৰ' |
| আচি[২] | 'পৰ্বত' |
| আচি[২] পিচ্চঁ[২] | 'স্বৰ্গ, আকাশ' |
| আচিৰি[২] | 'হালধীয়া' |
| আচুকুৰ্[২] | 'বালি' |



| | |
|---|---|
| আঝে[১] | 'পেছাব' |

/ই/

| | |
|---|---|
| ইকু[২] | 'বান্দৰ' |
| ইকুঁ[২] | 'ধুতি' |
| ইগাই[২] | 'ধুনীয়া, দেখিবলৈ ভাল' |
| ইগাইআ[১] | 'দেখিবলৈ বেয়া' |
| ইগুঁ[২] | 'মেখেলা' |
| ইজি[২] | 'নাহৰ গছ' |
| ইজি[২] | 'আফিং' |
| ইবাঁ[২] | 'ফুল' |
| ইমাৰি[২] | 'পিছ' |
| ইলহ[১] / এলহ[১] / লহ[১] | 'ইয়াত' |
| ইলা[১] / এলা[১] | 'এইটো' |
| ইচা[১] | 'পিন্ধা সৰু কাপোৰ' |

/উ/

| | |
|---|---|
| উ[১] | 'মিহলি কৰ্' |
| উজুঁ[২] | 'বাঁহৰ চুঙা' |
| উজুঁ[১] | 'নাভি' |
| উঁতুঁ[১] | 'পেটৰ ওপৰৰ অংশ' |
| ঊমুচ্চি[১] | 'সপোন' |

/এ/

| | |
|---|---|
| এক[২] | 'ধোঁৱা' |
| এচ্চি[২] | 'হাকুটি' |
| এচ্চি[২]-গুজু[২] | 'বিছা' |
| এচ্চুগু[২] / এচ্চু[২] | 'জখলা' |
| এতুক[২] | 'বন্দুক, |

/এ'/

| | |
|---|---|
| এ'বেগা$^{২}$ | 'ঘৃণা কৰ্' |

/ও/

| | |
|---|---|
| ওতুঁ$^{১}$ | 'হাত' |
| ওচুঁ$^{২}$ | 'খাৰু' |

/ক/

| | |
|---|---|
| ক$^{২}$ | 'ছিঙ্' |
| ক$^{১}$ | 'আহ্' |
| কবৰ্$^{১}$ | 'কলেৰা' |
| কনু$^{২}$ | 'বতৰ' |
| কাঁ$^{২}$ | 'খৰ বেমাৰ' |
| কা$^{২}$ | 'বগাই যা' |
| কাই$^{২}$ | 'ককাই' |
| কাই$^{১}$ | 'তিতা' |
| কাকু$^{২}$ | 'গাহৰিক আহাৰ দিয়া এবিধ পাত্ৰ' |
| কাগা$^{২}$ | 'উঠ্' |
| কাচ্ছ$^{১}$ | 'বাহন' |
| কাচ্ছু$^{১}$ | 'কাছ' |
| কাঙ্$^{১}$ | 'মুখৰ হাড়' |
| কাতাই$^{২}$ | 'কটাৰী' |
| কাহ্ন$^{২}$ | 'খৰাহি' |
| কাঁন্হমা$^{১}$ | 'গৰম' |
| কানে$^{১}$ | 'উতলা, গৰম কৰ্' |
| কাপি$^{১}$ | 'পীৰা' |
| কাৰি$^{২}$ | 'ছাই' |
| কাৰুবা$^{১}$ | 'তিতা' |



| | |
|---|---|
| কালি$^{২}$কাপ্লা$^{১}$ | 'মলিয়ন' |
| কি$^{২}$ | 'বিচনি' |
| কিগা$^{২}$ | 'ওলোমাই ৰাখ্' |
| কিগা$^{১}$ | 'বাকলি গুচা' |
| কিঙ্$^{২}$ | 'চুলি' |
| কিজঁ$^{২}$ | 'দলং' |
| কিনা$^{২}$ | 'শুন্' |
| কিনাই$^{২}$আমা | 'কলা' |
| কিমা$^{২}$ | 'হেকুৱা' |
| কিমারু$^{২}$ | 'টংলতি' |
| কিবাঁ$^{২}$ | 'শুকান' |
| কিৰি$^{১}$ | 'ব সূতা' |
| কুঅ$^{১}$ | 'পাচি-খৰাহি আদি ব' |
| কুআঁ$^{২}$ | 'পানী তোল্' |
| কুঁ$^{২}$ | 'জ্বলা লাগ্' |
| কু$^{২}$ | 'থকা ঠাই' |
| কু$^{২}$ | 'পৰ্' |
| কু$^{১}$ | 'ছিলাই কৰ্' |
| কুকা$^{১}$ | 'এবিধ মাছ ধৰা যতন' |
| কুগু$^{২}$ | 'অৱনতি হ' |
| কুঝি$^{১}$ | 'কোৰ' |
| কুন্তি$^{১}$ | 'কাণৰ কৰিয়া' |
| কুবি$^{১}$ | 'খালৈ' |
| কুম$^{১}$ | 'তলৰ ভাগ' |
| কুম-হ$^{১}$ | 'তলত' |
| কুচিৰি$^{২}$ | 'সুহুৰি' |
| কুচিৰি$^{১}$ | 'ঔষধ' |

## আধুনিক কাল

ৰীতি-কাল সমাপ্ত নৌ-হওঁতেই দেশত ইংৰাজ-ৰাজত্ব আৰম্ভ হ'ল। লগতে সাত সমুদ্র তেৰ নদীৰ সিপাৰৰ শিক্ষা আৰু সভ্যতাই দেশত নৱ আলোড়নৰ সৃষ্টি কৰিলে। ইংৰাজ-ৰাজত্ব স্থাপনৰ লগতে কিছুমান মানুহৰ মন গদ্যৰ পিনে ঢাল খালে। ইংৰাজসকলে স্থাপন কৰা ফোর্ট ৱিলিয়ম কলেজৰ পৰা হিন্দী আৰু উর্দু গদ্য-সাহিত্যই যথেষ্ট প্রেৰণা পালে। কিন্তু চিৰস্মৰণীয় ভাৰতেন্দু হৰিশ্চন্দ্রৰ (১৮৫০) সাহিত্য-সেৱাতে আধুনিক হিন্দী সাহিত্যৰ ভেটি সুদৃঢ় হয়। নাটক, উপন্যাস, নিবন্ধ, সমালোচনা, বাতৰি-কাকত আদি সকলোৰে পথ-প্রদর্শক হৰিশ্চন্দ্রই। এওঁক হিন্দী নাটকৰ জন্মদাতা বুলি মনা হয়। এওঁৰ সময়ৰ পৰাই কৱিতাত নতুন ভাৱধাৰাই দেখা দিয়ে। এওঁৰ হিন্দী সাহিত্যলৈ বিৱিধ বৰঙণিৰ চিন স্বৰূপে এওঁৰ যুগটো 'ভাৰতেন্দু যুগ' নামে পৰিচিত হ'ল। ১৮২৬ খৃঃৰ ৩০ মেত কলিকতাৰ পৰা 'উদন্ত মার্তণ্ড' নামৰ প্রথম হিন্দী বাতৰি-কাকতখন ওলায়। ভাৰতেন্দু আৰু তেওঁৰ মিত্রসকলৰ চেষ্টাতে পত্র-পত্রিকাৰ সংখ্যা যথেষ্ট বাঢ়ে। তেওঁৰ পিছত অনেক হিন্দীপ্রেমীয়ে বিভিন্ন ক্ষেত্রত মনোনিৱেশ কৰি আধুনিক হিন্দী সাহিত্যৰ মানদণ্ড উচ্চ কৰে। বঙলা আৰু ইংৰাজী সাহিত্যৰ অনুৱাদ আৰু ছাঁতো হিন্দী সাহিত্যই গা দাঙি উঠে। হিন্দীৰ গল্প-সাহিত্য যথেষ্ট বিকাশশীল আৰু চহকী। প্রেমচন্দ, জয়শঙ্কৰ প্রসাদ, ভগৱতীচৰণ বর্মা, কৌশিক, সুদর্শন আদিয়ে হিন্দী গল্প-সাহিত্যক যথেষ্ট উন্নত স্তৰলৈ লৈ যায়। হিন্দীৰ নাট্যকাৰসকলৰ ভিতৰত জয়শঙ্কৰ প্রসাদ ( নাট্য-সম্রাট ), হৰিকৃষ্ণ প্রেমী, ৰামকুমাৰ বর্মা, গোৱিন্দবল্লভ পণ্ট আদিৰ নাম স্মৰণীয়। নিবন্ধ লেখক আৰু সমালোচকৰ ভিতৰত ৰামচন্দ্র শুক্ল, পত্নমলাল বখ্শী, বাবু গুলাব ৰায়, ৰামবিলাস শর্মা, সচ্চিদানন্দ হিৰানন্দ বাৎসায়ন আদিয়ে আৰু কাব্য-জগতত ছাঁয়াৱাদী চতুর্মূর্তি সূর্যকান্ত ত্রিপাঠী, সুমিত্রানন্দন পন্ত, জয়শঙ্কৰ প্রসাদ, মহাদেৱী বর্মা ; বালকৃষ্ণ



শর্মা, মাখনলাল চতুর্বেদী, দিনকৰ, বচ্চন, অঞ্চল, সুমন আদিয়ে একোখন স্থান অধিকাৰ কৰিছে। ছাঁয়াৱাদ আৰু ৰহস্যৱাদৰ ধূঁৱলী-কুঁৱলী বাতাৱৰণ ভেদ কৰাৰ পাছত হিন্দী কাব্যত প্রগতিশীল সাহিত্যই এটা গঢ় লয়।

ভাৰতৰ স্বাধীনতাৰ পিছৰ পৰা হিন্দী সাহিত্যক সকলো প্রকাৰে সমৃদ্ধ কৰি তুলিবলৈ এটা মহান প্রচেষ্টা চলে। তাৰ ফলত প্রায় সকলো দিশতে হিন্দী সাহিত্য বিস্তৃত আৰু উন্নত হয়। গল্প-উপন্যাস আৰু আলোচনা-সমালোচনাৰ ক্ষেত্রত যিমান উন্নতি হৈছে, কৱিতা আৰু নাটকত হ'লে সিমান হোৱা নাই। অনুসন্ধান বা গৱেষণাৰ ক্ষেত্রত যথেষ্ট কাম হৈছে। পত্র-পত্রিকাৰ ক্ষেত্রতো পর্যাপ্তৰূপে প্রগতি দেখা গৈছে। গল্প-উপন্যাসৰ ক্ষেত্রত দেশী-বিদেশী নানা প্রভাৱ আৰু প্রয়োগক সামৰি লৈ হিন্দী সাহিত্য 'স্বস্থ' গতিৰে আগ বাঢ়ি গৈ আছে। বিশ্ববিদ্যালয়বোৰৰ জৰিয়তে নানা ধৰণৰ আলোচনা গ্রন্থৰ ৰচনা সম্ভৱ হৈছে। বিভিন্ন ভাষা আৰু সাহিত্যৰে সৈতে হিন্দী ভাষা আৰু সাহিত্যৰ তুলনাত্মক অধ্যয়নৰ দ্বাৰা ভাৰতীয় আন ভাষা আৰু সাহিত্যৰ মাজত যোগসূত্র স্থাপন হৈছে। ইংৰাজী ভাষাৰ কথা এৰি বর্তমান সময়ৰ জ্ঞান-বিজ্ঞানৰ বিৱিধ শাখা-প্রশাখাৰে সৈতে ভাল পৰিচয় পাবলৈ হিন্দী ভাষাৰ মাধ্যমেৰে যিমানখিনি সুৱিধা হৈছে তাৰ পৰা হিন্দী ভাষা আৰু সাহিত্যৰ উন্নতিৰ পৰিচয় স্পষ্ট হৈ উঠে।

সাহিত্যৰ পৰা ব্যক্তি আৰু সমাজৰ হিত সাধন হয়। কেতিয়াবা এজনে ৰচনা কৰা সাহিত্যই জাতি এটাৰ হিতো সাধন কৰে। ৰজা মহামাণিক্যৰ অনুৰোধত মাধৱ কন্দলীয়ে ৰামায়ণখন অসমীয়াত লেখিছিল যাতে সংস্কৃতত লেখা পুথিখন সকলোৱে বুজি পায় ( কৰিলোহো সর্বজন বোধে )। বৈষ্ণৱ যুগত সংস্কৃতত লেখা ভাগৱত, ৰামায়ণ, মহাভাৰত আদি অনেক গ্রন্থ অসমীয়ালৈ অনুৱাদ কৰা হৈছিল 'সর্বজনবোধ' আৰু হিতৰ কাৰণে। সেই কাৰণেই অনন্ত

কন্দলীয়ে কৈছিল ঃ "শ্লোক সংস্কৃতে আমি লিখিবাক ভাল জানি, তথাপি কৰিলো পদবন্ধ, স্ত্ৰী শূদ্ৰ আদি যত জানোক পৰম তত্ত্ব, শ্ৰৱণত মিলোক আনন্দ"। সেই একে উদ্দেশ্যেৰে দামোদৰ দেৱেও গীতা আৰু ভাগৱতক গদ্যত ৰচনা কৰিবলৈ ভট্টদেৱক অনুপ্ৰেৰিত কৰিছিল। ভট্টদেৱৰ কথা-গীতা এক মহান কৃতি। এই পুথিখনৰ বিষয়ে গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ অনুৰোধক্ৰমে এটা আলোচনা লেখা হৈছিল কথোপকথনৰ ভঙ্গীত। তাক সেই ধৰণে তলত তুলি দিয়া হ'ল।

### ভট্টদেৱৰ কথা-গীতা

প্ৰস্তাৱনা ঃ (ক) যদা যদা হি ধৰ্মস্য গ্লানিৰ্ভৱতি ভাৰত।
অভ্যুত্থানমধৰ্মস্য তদাত্মানং সৃজাম্যহম্ ॥
পৰিত্ৰাণায় সাধূনাং ৱিনাশায় চ দুষ্কৃতাম্।
ধৰ্মসংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে ॥ —( গীতা )

(খ) কৃষ্ণ এক দেৱ দুখহাৰী কালমায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি আৰ।
সৃষ্টি স্থিতি অন্তকাৰী দেৱ তান্ত বিনে আন নাহি কেৱ
জানিবা বিষ্ণু সে সমস্ত জগতে সাৰ ॥
( নামঘোষা )

**১ম স্বৰ ঃ** "জয় জয় পৰমানন্দ নন্দ-নন্দন পুৰুষোত্তম শ্ৰীকৃষ্ণ গোবিন্দ গোপীনাথ কমলাকান্ত সুশান্ত পৰমেশ্বৰ তোমাৰ পদাৰবিন্দত কৌটি কৌটি প্ৰণাম কৰো। যাৰ নাম মাত্ৰে সকল জগতৰে পাপ হৰে, চিত্তকো নিৰ্মল কৰে, পৰম জ্ঞান মিলাৱে, ভুক্তি মুক্তি হৰিভক্তিকো দেই, হেন দৈৱকীনন্দন শ্ৰীকৃষ্ণক প্ৰণাম কৰো। ব্ৰহ্মামহেশো যাৰ আজ্ঞা ধৰা, লক্ষ্মীয়ো যাক সততে সেৱা কৰা, হেন সৰ্বেশ্বৰ ভগৱন্তক প্ৰতি সহস্ৰ প্ৰণাম কৰো।" এই বুলি ভট্টদেৱে কথা-গীতাখন আৰম্ভ কৰিছে। শ্ৰীমদ্ভগৱত গীতা পৃথিৱীৰ ভিতৰত



এখন বিশিষ্ট গ্ৰন্থ। ভাৰতীয় দৰ্শন-শাস্ত্ৰৰ সাৰ ভাগ ইয়াত সংৰক্ষিত হৈছে। জগতত প্ৰধান প্ৰধান ভাষাবোৰলৈ এই গ্ৰন্থখন অনূদিত হৈছে আৰু পণ্ডিতসকলে ইয়াৰ ওপৰত নানা টীকা-ভাষ্য ৰচনা কৰিছে। খৃষ্টীয় ষোড়শ শতাব্দীৰ মাজ ভাগত জন্ম গ্ৰহণ কৰি বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য বা ভট্টদেৱে ভাগৱত আৰু গীতা এই শাস্ত্ৰ দুখন অসমীয়া গদ্যত ৰচনা কৰে আৰু অসমীয়া গদ্য সাহিত্যৰ জন্মদাতাৰূপে পৰিগণিত হয়।

**২য় স্বৰ ঃ** ভট্টদেৱৰ আগৰ অসমীয়া গদ্য-সাহিত্যৰ একো চানেকি নাই নে ?

**১ম স্বৰ ঃ** আছে। অসমীয়া গদ্য-সাহিত্যৰ বুৰঞ্জী বৰ গৌৰৱপূৰ্ণ। পোন্ধৰ শতিকাত ৰচিত শঙ্কৰদেৱৰ অঙ্কীয়া নাটত অসমীয়া গদ্য-সাহিত্যই পাতনি মেলে। কিন্তু সি এটা নিৰ্দিষ্ট ৰূপ লয় ষোল শতিকাত ভট্টদেৱে ৰচনা কৰা কথা-গীতা আৰু কথা-ভাগৱততহে। গীতাৰ সদৃশ সকলো শাস্ত্ৰৰ মূল বিশ্ব বিখ্যাত শাস্ত্ৰ এখনি অসমীয়া গদ্যলৈ অনুৱাদ কৰি ভট্টদেৱে অসমীয়া গদ্যক ভাৱ-প্ৰকাশৰ উজু বাহন কৰি গঢ়ি তুলিলে। অসমীয়া কথ্য ভাষাই ভট্টদেৱৰ হাতত দ্বিজত্ব লভিলে। ভট্টদেৱৰ কথা-গীতাৰ ওপৰত মন্তব্য দি আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰায়ে কৈছিল ঃ "অসমীয়া গদ্য-সাহিত্যই বিকাশ লাভ কৰি সুদূৰ ষোল শতিকাত ইংলণ্ডৰ হুকাৰ আৰু লেটিমাৰৰ ৰচনাৰ বাহিৰে পৃথিৱীৰ কোনো সাহিত্যই নোপোৱা এটা স্তৰ পাইছিল গৈ।"

**২য় স্বৰ ঃ** ভট্টদেৱৰ গদ্য-ৰচনাৰ প্ৰেৰণা ক'ত ?

**১ম স্বৰ ঃ** ভট্টদেৱৰ লেখনীৰ মূলত আছিল দামোদৰদেৱ। অসমীয়া গদ্য-সাহিত্যৰ সৃষ্টি-কাৰ্যত ভট্টদেৱ 'যন্ত্ৰ মাথোন, দামোদৰ-দেৱহে যন্ত্ৰী'। পৰীক্ষিত নাৰায়ণৰ আদেশত দামোদৰদেৱে পাটবাউসী এৰি বিজয় নগৰলৈ যোৱাৰ সময়ত বৰনগৰৰ পৰা ভট্টদেৱক মাতি আনি কৈছিল ঃ

"আৰু এক জগত ঈশ্বৰ আজ্ঞা ধৰা।
কথাবন্ধে একখণ্ড ভাগৱত কৰা ॥
পূৰ্বে মহাপুৰুষে কৰিলা দশস্কন্ধ।
কীৰ্তন ভটিমা ছবি তুলৰী স্বছন্দ ॥
তাত কৰি সুগম কৰিয়ো ভাগৱত।
স্ত্ৰী-শূদ্ৰ সৰ্বলোকে বুঝে যেন মত ॥
... ... ...
প্ৰভু দামোদৰৰ আজ্ঞায়ে মহাশন্ত।
শ্লোক ভাঙ্গি ভাগৱত কথা কৰিলন্ত ॥
অবিবোধে স্ত্ৰী শূদ্ৰ চাণ্ডালে পঢ়য়।
সঙ্খেপিয়া কথাৰূপ কৈলা মহাশয় ॥" ( ৰা. বা )

**২য় স্বৰ ঃ** ভট্টদেৱৰ গদ্য-গ্ৰন্থ দুখনৰ ভিতৰত কোনখন আগৰ আৰু কোনখন পাছৰ ?

**১ম স্বৰ ঃ** কথা-ভাগৱতখন আগৰ আৰু কথা-গীতাখন পাছৰ বুলি সিদ্ধান্ত লোৱা হৈছে। কাৰণ, কথা-ভাগৱতত যিমান পুৰণি শব্দৰ ব্যৱহাৰ আছে কথা-গীতাত সিমান নাই। ইপিনে গীতাৰ কথা কৰোঁতে ভট্টদেৱে অৰ্জুনক আত্মসাৎ কৰি আৰু ভাগৱতৰ কথা কৰোঁতে আত্মসঙ্গী কৰি ল'লে। আত্মসঙ্গী আৰু আত্মসাৎ এই দুই অৱস্থাৰ ভিতৰত আত্মসাৎ বেছি ঘনিষ্ঠ অৱস্থা। কথা-গীতাৰ ভাষা গুৰু গম্ভীৰ সাধু ভাষা। চুটি চুটি বাক্য-সংযোগেৰে মূল গীতাৰ শ্লোকৰ লগত সম্পৰ্ক ৰাখি বিষয়বস্তু বুজোৱাত ভট্টদেৱে অতুলনীয় ৰচনা-ক্ষমতা দেখুৱাইছে। পুথিৰ উদ্দেশ্য আৰু লেখাৰ ভঙ্গীৰ লগত অপূৰ্ব সমন্বয় ঘটিছে। কথা-গীতা পঢ়িলে এনেহে লাগে যেন নামঘৰত ৰাইজ গোট খাইছে আৰু ভাগৱতীয়ে শাস্ত্ৰ পাঠ কৰি টীকাসহ ব্যাখ্যা কৰিছে। মাজে মাজে গভীৰ বিষয়ৰ প্ৰশ্ন তুলি নিজেই তাৰ সমিধান দিছে। কথোপকথন, প্ৰশ্ন-উত্তৰ আৰু তৰ্ক-পদ্ধতিৰ ৰীতিৰে গোটেই পুথিখন ৰচনা কৰা হৈছে ঃ "যদি বোলা কেতিয়া অৱতাৰ



ধৰা, তাত শুনা। যেখন ধৰ্ম্মৰ হানি অধৰ্ম্মৰ উদ্ভৱ হয়, তেখনে সাধুৰ ৰক্ষাৰ্থে, দুৰ্জ্জনৰ নাশ নিমিত্তে ধৰ্ম্ম প্ৰতিপালন পদে যুগে যুগে মঞি অৱতাৰ ধৰো।" আৰো "গুণ বুদ্ধি বিষয়ক চিন্তিলে পুৰুষৰ তাতে আসক্তি হয়। তেবে তাত কাম জন্মে, কামৰ প্ৰতিঘাটে ক্ৰোধ হয়। ক্ৰোধ হৈলে কাৰ্য্য অকাৰ্য্য বিবেক গুছে। তেবে তাৰ শাস্ত্ৰ আচাৰ্য্য উপদেশত ভ্ৰম হয়, তেবে পুৰুষৰ বুদ্ধি নাশ হয়, বুদ্ধি নাশ হৈলে মৃতক সম হয়" ঃ

ধ্যায়তো ৱিষয়ান্ পুংসঃ সঙ্গস্তেষূপজায়তে।
সঙ্গাৎসংজায়তে কামঃ কামাৎ ক্ৰোধোঽভিজায়তে॥
ক্ৰোধাদ্ভৱতি সম্মোহঃ সম্মোহাৎ স্মৃতিৱিভ্ৰমঃ।
স্মৃতিভ্ৰংশাদ্ বুদ্ধিনাশো বুদ্ধিনাশাৎ প্ৰণশ্যতি॥

**২য় স্বৰ ঃ** কথা-গীতাখন ৰচনা কৰাৰ উদ্দেশ্যনো কি ?

**১ম স্বৰ ঃ** উদ্দেশ্য হৈছে ভক্তিৰ শ্ৰেষ্ঠত্ব দেখুওৱা। সেই ভক্তি হৈছে একশৰণ দাস্য-ভাৱ-ভক্তি। অসমীয়া বৈষ্ণৱ ধৰ্মৰ ই মূল ধাৰা। ভট্টদেৱে কৈছে ঃ "যদ্যপি আমি শ্ৰীকৃষ্ণৰ প্ৰসাদে শ্ৰীধৰী, শাঙ্কৰী, দামোদৰী, ভাস্কৰী চাৰিও টীকা বিচাৰ কৰিছি, তথাপি প্ৰায় শ্ৰীধৰী টীকাৰ মতে কথা নিবন্ধিবো। তাহাৰ যুক্তি শুনা। শাঙ্কৰী টীকা জ্ঞানক প্ৰধান কৰি ব্যাখ্যা কৰে। ভাস্কৰী কৰ্ম্মক প্ৰধান কৰে, শ্ৰীধৰী ভক্তিমাত্ৰ নিৰূপণ কৰে। দামোদৰী তিনিয়ো যোগ সমে কহে। এতেকে বৈষ্ণৱসবৰ প্ৰীতিৰ অৰ্থে ভক্তি প্ৰধান টীকাৰ মতকে প্ৰায় লিখিবোঁ।"

**২য় স্বৰ ঃ** ভক্তিৰ কথা এৰি আন কিবা উপায়েৰেও গীতাখন চাব নোৱাৰি জানো ?

**১ম স্বৰ ঃ** পাৰি। কুৰুক্ষেত্ৰৰ যুদ্ধত উপস্থিত হোৱা অৰ্জুনৰ নিচিনা মহামোহে সকলোৰে আত্মৰাজ্য হৰণ কৰে আৰু যেতিয়া তাৰ সৈন্য-সামন্ত কাম, ক্ৰোধ, লোভ আদিয়ে জলাকলা কৰে, তেতিয়া শ্ৰীকৃষ্ণৰূপী বিৱেকৰ সহায়েৰে মহামোহক জিনি, ইন্দ্ৰিয়বোৰক

পৰাজিত কৰি হেৰোৱা ৰাজ্য উদ্ধাৰ কৰিব লাগে। বাসনা-নিবৃত্তিৰ কাৰণে জীৱৰ যি সাধনা সেয়ে কুৰুক্ষেত্ৰ যুদ্ধ। এই যুদ্ধ সকলোৰে অন্তৰত অবিৰাম চলিবই লাগিছে। যিজনে ভগৱান শ্ৰীকৃষ্ণক সাৰথি কৰি এই যুদ্ধত প্ৰবৃত্ত হৈছে সেইজনে জয় লাভ কৰিছে।

**২য় স্বৰ ঃ** বাৰু বুজিলোঁ। আছল কুৰুক্ষেত্ৰ যুদ্ধতনো কি হৈছিল ?

**১ম স্বৰ ঃ** কুৰুক্ষেত্ৰৰ যুদ্ধৰ বাবে পাণ্ডৱ আৰু কৌৰৱ দুয়োপক্ষৰ সেনাপতিসকল গৈ যুদ্ধক্ষেত্ৰত সমৱেত হোৱাত যুদ্ধৰ আৰম্ভণি স্বৰূপে প্ৰথমতে কৌৰৱসকলে শঙ্খ, ভেৰি, পণৱ, আনক, গোমুখ আদি নানা বাদ্য বজালে। এনেতে "শুক্লবৰ্ণ চাৰি হয়যুক্ত মহাৰথত থাকি কৃষ্ণ অৰ্জ্জুনে দিব্য দুই শঙ্খ বাদ্য কৰিলা। শ্ৰীকৃষ্ণে পাঞ্চজন্য শঙ্খক বাদ্য কৰিলা, অৰ্জ্জুনে দেবদত্ত নাম শঙ্খ বজাইলা। পাছে কপিধ্বজ অৰ্জ্জুনে কৌৰৱ সৈন্যক যুদ্ধত সমুখে থাকিবাৰ দেখি গাণ্ডীৱ ধনু ধৰি হৃষিকেশ ভগৱন্তক এই বাক্য বুলিলা ঃ হে অচ্যুত এই উভয় সেনাৰ মধ্যত মোৰ ৰথক ৰাখিয়ো যাৱন্তে যুঝন্তা বীৰসবক চাওঁ। মঞি কাৰ সমে যুদ্ধ কৰিম, দুৰ্ব্বুদ্ধি দুৰ্যোধনৰ প্ৰীতি কৰিবাক ইছাই যি যি বীৰসব আসিছে তাৰাক চাওঁ।"

**২য় স্বৰ ঃ** অৰ্জুনৰ অনুৰোধ অনুযায়ী শ্ৰীকৃষ্ণই ৰথখন ৰখাৰ পাছত অৰ্জুনে কি দেখিলে আৰু তেওঁৰ মনৰ অৱস্থা কেনেকুৱা হ'ল ?

**১ম স্বৰ ঃ** শ্ৰীকৃষ্ণই সেইদৰে ৰথ ৰাখিলত অৰ্জুনে তেওঁৰ বিপক্ষে যুঁজিবলৈ অহা পিতৃব্য, পিতামহ, আচাৰ্য, মাতুল, ভ্ৰাতৃ, ভ্ৰাতৃপুত্ৰ, পৌত্ৰ, সখী, শ্বশুৰ আৰু সুহৃদসকলক দেখা পালে আৰু তেওঁৰ মনলৈ এটা নৈৰাশ্যৰ ভাৱ আহি পৰিল। তেওঁ শ্ৰীকৃষ্ণক ক'লে যে এই জ্ঞাতিসকলক দেখি তেওঁৰ সকলো বল-শক্তি লোপ পাইছে, মুখ শুকাই গৈছে, শৰীৰ কঁপিবলৈ ধৰিছে, নোমবোৰ শিয়ৰি উঠিছে, হাতৰ গাণ্ডীৱ ধনুও খহি পৰাৰ উপক্ৰম কৰিছে। তেওঁ যুদ্ধ কৰিব দূৰৰ কথা সমুখত থিয় হৈ থকাই টান হৈ পৰিছে। এই যুদ্ধত স্বজনসকলক বধি তেওঁৰ একো লাভ নহ'ব। তেওঁ জয়ী হ'বলৈ



বাঞ্ছা নকৰে, ৰাজ্যও নালাগে, সুখো নিবিচাৰে। গতিকে তেওঁ যুদ্ধ নকৰি মনে মনে থাকিব। যদি কৌৰৱসকলে তেওঁক তেনে অৱস্থাত হত্যাও কৰে তথাপি তেওঁৰ মঙ্গল। এইদৰে কৈ ধনু-শৰ এৰি শোকে কম্পিত হৈ ৰথৰ ওপৰত তেওঁ বহি পৰিল ঃ

> দৃষ্ট্বেমান্ স্বজনান্ কৃষ্ণ যুযুৎসুন্ সমৱস্থিতান্।
> সীদন্তি মম গাত্ৰাণি মুখং চ পৰিশুষ্যতি ॥
> ৱেপথুশ্চ শৰীৰে মে ৰোমহৰ্ষশ্চ জায়তে।
> গাণ্ডীৱং স্ৰংস্ৰতে হস্তাৎত্বক্‌চৈৱ পৰিদহ্যতে ॥
> ... ... ...
> ন কাঙ্ক্ষে ৱিজয়ং কৃষ্ণ ন চ ৰাজ্যং সুখানি চ ॥
> কিং নো ৰাজ্যেন গোৱিন্দ কিং ভোগৈৰ্জীৱিতেন ৱা।
> ... ... ...
> আচাৰ্যাঃ পিতৰঃ পুত্ৰাস্তথৈৱ চ পিতামহাঃ ॥
> মাতুলাঃ শ্বশুৰাঃ পৌত্ৰাঃ শ্যালাঃ সম্বন্ধিনস্তথা।
> এতান্ন হন্তুমিচ্ছামি ঘ্নতোঽপি মধুসূদন ॥

**২য় স্বৰ ঃ** শ্ৰীকৃষ্ণই অৰ্জুনক তেতিয়া কি ক'লে ?

**১ম স্বৰ ঃ** অৰ্জুনক মধুসূদন ভগৱন্তে বুলিবে লাগিলা ঃ "হে পৰন্তপ সখি, এই যুদ্ধ সংকটত কেনে তোমাৰ স্বতসে মোহ ভৈল, আৰু সাধুসবে নতু কৰে, স্বৰ্গকো নসাধে, অধৰ্ম্মো হয়, অকীৰ্ত্তিকো কৰে। এতেকে তুমি কাতৰ নকৰিবা। তোমাৰ ই যোগ্য নহে। অন্যায় কাৰ্পণ্য এড়ি যুদ্ধক উঠা" ঃ

> ক্লৈব্যং মা স্ম গমঃ পাৰ্থ নৈতৎত্বয্যুপপদ্যতে।
> ক্ষুদ্ৰং হৃদয়দৌৰ্বল্যং ত্যক্ত্বোত্তিষ্ঠ পৰন্তপ ॥

> শোক মোহ মহা পঙ্ক মাজে অৰ্জ্জুন মগন ভৈল দেখি
> পৰম ঈশ্বৰ দৈৱকী-নন্দ-নন্দন।
> কৃপায়ে ঈশ্বৰে তত্ত্ব কহি উদ্ধাৰিলা নিজ ভকতক
> হেন ঈশ্বৰৰ চৰণে লৈলো শৰণ ॥ (নামঘোষা)

অৰ্জুনে শ্ৰীকৃষ্ণক ক'বলৈ ধৰিলে : "যুদ্ধ এড়ি ক্ষত্ৰিয়ৰ ভিক্ষা ধৰ্ম্ম বা অধৰ্ম্ম আতে মূঢ় চিত্ত হৈলো। এতেকে তোমাত পুছোঁ, যি শ্ৰেয়স হয় তাক নিশ্চয় কৰি কহা। তোমাৰ মঞি শিষ্য হৈলো, চৰণত শৰণ লৈলো, এতেকে মোক শিখাৱা।"

**২য় স্বৰ :** শ্ৰীকৃষ্ণই অৰ্জুনক প্ৰথমতে কিহৰ বিষয়ে শিক্ষা দিলে ?

**১ম স্বৰ :** শ্ৰীকৃষ্ণই প্ৰথমতে দেহ আৰু আত্মাৰ সম্বন্ধৰ বিষয়ে ক'বলৈ ল'লে : "জগতৰ সকলো জীৱৰ গুৰিতে হৈছে অনাদি পৰম ঈশ্বৰ শ্ৰীকৃষ্ণ। তেওঁৰ পৰাই সকলো জন্মিছে আৰু তেওঁতেই পুনৰ বিলীন হ'ব। প্ৰকৃততে জন্ম আৰু মৃত্যুৰ কোনো পাৰ্থক্য নাই। শৰীৰধাৰী মানুহৰ যিদৰে এই জীৱনতে কৌমাৰ, যৌৱন আৰু জৰা অৱস্থা প্ৰাপ্ত হয়, মৰণো তেনেদৰে এটা বিশেষ অৱস্থা মাত্ৰ। শৰীৰৰ মৃত্যু হ'লেও আত্মাৰ মৰণ নাই। "পৰমাৰ্থত আত্মাক নমাৰে, নমৰে। স্বৰূপত আত্মাৰ জন্ম নাই, মৰণো নঘটে, টুটনো নাই, পৰিণামো নেদেখি, বৃদ্ধিয়ো নহয়, এতেকে শৰীৰ নষ্ট হৈলে, আত্মাৰ নাশ নাই।......যেন মনুষ্যে জীৰ্ণ বস্ত্ৰক পৰিত্যাগ কৰি, নবীন বস্ত্ৰক গ্ৰহণ কৰে, এমনে আত্মায়ো পুৰাণ দেহক এড়ি নবীন দেহক স্বীকাৰ কৰে। কৰ্ম্ম নিবন্ধন নূতন দেহ অৱশ্যে হৈব। জীৰ্ণ দেহ নাশত শোক কৰিতে নালাগে। এই আত্মাক অস্ত্ৰেয়ো নাকাটে, অগ্নিয়ো নদহে, জলেয়ো কোমল নকৰে, বায়ুয়ো নুশুখাৱে। (আত্মা) অছেদ্য, অদাহ্য, অক্লেদ্য, অশোচ্য, নিত্য, সৰ্ব্বগত, অচল, সনাতন" :

দেহিনোঽস্মিন্ যথা দেহে কৌমাৰং যৌৱনং জৰা।
তথা দেহান্তৰ প্ৰাপ্তিৰ্ধীৰস্তত্ৰ ন মুহ্যতি॥

... ... ... ... ...

ন জায়তে ম্ৰিয়তে ৱা কদাচিন্
নায়ং ভূত্বা ভৱিতা বা ন ভূয়ঃ।
অজো নিত্যঃ শাশ্বতোঽয়ং পুৰাণো



ন হন্যতে হন্যমানে শৰীৰে॥

... ... ... ... ... ...

ৱাসাংসি জীৰ্ণানি যথা ৱিহায়
নৱানি গৃহ্নাতি নৰোঽপৰাণি।
তথা শৰীৰাণি ৱিহায় জীৰ্ণানি
অন্যানি সংযাতি নৱানি দেহী॥
নৈনং ছিন্দন্তি শস্ত্ৰাণি নৈনং দহতি পাৱকঃ।
ন চৈনং ক্লেদয়ন্ত্যাপো ন শোষয়তি মাৰুতঃ॥
অচ্ছেদ্যোঽয়মদাহ্যোঽয়মক্লেদ্যোঽশোষ্য এৱ চ।
নিত্যঃ সৰ্বগতঃ স্থাণুৰচলোঽয়ং সনাতনঃ॥

শ্ৰীকৃষ্ণই অৰ্জুনক আকৌ ক'বলৈ ধৰিলে : "জন্ম হৈলে আপুনাৰ কৰ্ম্মে মৰণ নিশ্চয় হৈব, মৃতকৰো সেই দেহৰ কৰ্ম্মে জন্মো অৱশ্যে হৈব, এতেকে অপৰিহাৰ্য্য কাৰ্য্যত তুমি বিদ্বন্ত হুয়া কেনে শোক কৰা।...অব্যক্ত প্ৰধান হন্তে সকল শৰীৰ উৎপন্ন হুয়াছে; মাঝত মাত্ৰ ব্যক্ত হুয়াছে; পুনু অব্যক্ততে লয় হৈবেক......ন্যায় যুদ্ধ বিনে ক্ষত্ৰিয়ৰ আন শ্ৰেয়স নাই।...যদি কৰ্ণাদি তোমাক বধে, তেবে স্বৰ্গ লভিবা; যদি তাৰাক জিনা, তেবে পৃথিবীক ভোগ কৰিবা; দুয়ো পক্ষে তোমাৰ লাভ দেখি। এতেকে নিশ্চয় কৰি যুদ্ধক উঠা" :

হতো ৱা প্ৰাপ্স্যসি স্বৰ্গং জিত্বা বা ভোক্ষ্যসে মহীম্।
তস্মাদুত্তিষ্ঠ কৌন্তেয় যুদ্ধায় কৃতনিশ্চয়ঃ॥

**২য় স্বৰ :** কিন্তু যুদ্ধৰ ফল কি হ'ব নজনাকৈ অৰ্জুনে যুদ্ধই বা কৰে কেনেকৈ ?

**১ম স্বৰ :** ফলৰ আশা নকৰি নিজ কৰ্তব্য কৰি যোৱাহে অৰ্জুনৰ বাবে উচিত। কাৰণ নিষ্কাম কৰ্মযোগীয়ে ঈশ্বৰৰ প্ৰসাদত এই জন্মতে পাপ-পুণ্যৰ হাত সাৰিব পাৰে। জ্ঞানীসকলে অৱশ্যে কৰ্ম নকৰিলেও হয়। কিন্তু আনক আদৰ্শ দেখুৱাবলৈ কৰ্ম কৰিব

লাগে। ডাঙৰে যি কাম কৰে সকৰে তাক আচৰে। অজ্ঞানীবোৰে আসক্ত হৈ কাম কৰে ; জ্ঞানীসকলে অনাসক্ত হৈ কৰিব লাগে।

**২য় স্বৰ ঃ** অৰ্জুনক শ্ৰীকৃষ্ণই অকল সখিয়েক হিছাপে লৈছে নে আন কিবাৰূপেও চাইছে ?

**১ম স্বৰ ঃ** অৰ্জুন শ্ৰীকৃষ্ণৰ অকল সখাই নহয়, তেওঁৰ ভক্তও। সেয়েহে ভক্তৰ মঙ্গলাৰ্থে ভগৱানৰ প্ৰকৃত স্বৰূপ অৰ্জুনৰ আগত ব্যক্ত কৰিবলৈ লৈছে। যিজনে ৰাগ, ভয়, ক্ৰোধ এৰি তেওঁতেই একচিত্ত হৈ তেওঁকে আশ্ৰয় কৰি তেওঁক উপাসনা কৰে, তেওঁ শ্ৰীকৃষ্ণৰ প্ৰসাদত জ্ঞান আৰু ভক্তিযুক্ত হৈ পৰম শুদ্ধ হয় আৰু তেওঁৰে সৈতে সাযুজ্য ৰূপ পায়। যিজনে বিদ্যা আৰু বিনয়যুক্ত হৈ ব্ৰাহ্মণ, চাণ্ডাল, গো, হস্তী, কুকুৰ সকলোতে এজন ব্ৰহ্মাক দেখে তেৱেঁই জ্ঞানী নাম পায়। এইদৰে সকলোৰে অন্তৰ্যামী, সকলোৰে বান্ধৱ ঈশ্বৰক জানিলে তেওঁৰ কৃপাত লোকৰ মোক্ষ প্ৰাপ্তি হয়। কিন্তু যোগী আৰু জ্ঞানীসকলতকৈ ভক্তসকলহে শ্ৰেষ্ঠ। ভক্তি হ'ব লাগে একশৰণীয়। ইয়াৰ দ্বাৰা ভগৱান প্ৰাপ্ত হয়, আন দেৱ-দেৱীৰ পূজাৰ পৰা বিনাশী দেৱলোকহে পাব পাৰি। ভগৱান শ্ৰীকৃষ্ণই হৈছে সমস্ত জগতৰ একমাত্ৰ কাৰণ, প্ৰলয়ৰ অধিকাৰীও তেৱেঁই। যিদৰে এডাল সূতাক আশ্ৰয় কৰি অনেক মণি সংযোজিত হয়, তেনেকৈ জগতৰ সকলোৱে তেওঁক আশ্ৰয় কৰি আছে ঃ

মত্তঃ পৰতৰং নান্যৎ কিঞ্চিদস্তি ধনঞ্জয়।
মযি সৰ্বমিদং প্ৰোতং সূত্ৰে মণিগণা ইৱ॥

**২য় স্বৰ ঃ** ভগৱানৰ অকল ভক্তহে প্ৰিয় নে? জগতৰ আনবোৰক ভগৱানেনো কি দৃষ্টিৰে চায় ?

**১ম স্বৰ ঃ** "তাত শুনা। মঞি সৰ্বভূততে সম, মোৰ প্ৰিয়ো নাই দ্বেষ্যো নাই ; তথাপি যি মোক ভজে তাকে মঞি অনুগ্ৰহ কৰো।"

**২য় স্বৰ ঃ** ইয়াৰ পাছত শ্ৰীকৃষ্ণই অৰ্জুনক কি অনুগ্ৰহ দেখুৱালে ?



**১ম স্বৰ ঃ** গীতাৰ দশম অধ্যায়ত শ্ৰীকৃষ্ণই নিজৰ বিভূতিবোৰক বিস্তৃতভাৱে কলে ঃ "মঞি প্ৰকাশৰ মধ্যত সূৰ্য্য, নক্ষত্ৰ মধ্যে চন্দ্ৰ, বেদৰ মধ্যত সামবেদ, পৰ্ব্বতৰ মধ্যত মেৰু, সৰোবৰ মধ্যে সমুদ্ৰ, গজেন্দ্ৰ মধ্যে ঐৰাৱত, মনুষ্য মধ্যে ৰাজা, সৰ্প মধ্যে বাসুকি, নদী মধ্যে গঙ্গা, অক্ষৰ মধ্যে অকাৰ, প্ৰবাহৰূপে অক্ষয় কাল, সংহাৰক মধ্যে সৰ্ব্বসংহৰ্ত্তা মৃত্যু, ছন্দমধ্যে গায়ত্ৰী, মাসমধ্যে মাৰ্গশীৰ্ষ, ঋতুমধ্যে বসন্ত, পাণ্ডৱমধ্যে তুমি অৰ্জ্জুন, জ্ঞানৱন্তৰ জ্ঞান, উৎপত্তি হেতু বীজ ; যাক যাক ঐশ্বৰ্য্যৱন্ত, শ্ৰীমন্ত, ধনৱন্ত, প্ৰভাৱৱন্ত, গুণৱন্ত প্ৰাণী দেখা, তাক মোৰ বিভূতি বুলি জানিবা। সকল জগতকে মঞি এক অংশে প্ৰবেশ হুয়া ধৰিছোঁ। মোত ব্যতিৰেক কিছো প্ৰাণী নাই। এতেকে সবাতো মোক দেখা" ঃ

অহমাত্মা গুড়াকেশ সৰ্বভূতাশয়স্থিতঃ।
অহমাদিশ্চ মধ্যঞ্চ ভূতানামন্ত এৱ চ॥
আদিত্যানামহং ৱিষ্ণুৰ্জোতিষাং ৰৱিৰংশুমান্।
মৰীচিৰ্মৰুতামস্মি নক্ষত্ৰানামহং শশী॥
... ... ... ... ... ...
যদ্ যদ্ ৱিভূতিমৎ সত্ত্বং শ্ৰীমদূৰ্জিতমেৱৱা।
তত্ত্বদেৱাৱগচ্ছ ত্বং মম তেজোহংশ সম্ভৱম্॥

**২য় স্বৰ ঃ** সকল জগতকে এক অংশে ধৰিছো বুলি শ্ৰীকৃষ্ণই ক'লে যদিও অৰ্জুন সেই কথাত পতিয়ন গ'ল নে ?

**১ম স্বৰ ঃ** অৰ্জুনে শ্ৰীকৃষ্ণৰ কথাত অবিশ্বাস কৰা নাই। তথাপি তেওঁ তেওঁৰ ঈশ্বৰ-ৰূপক চাবলৈ ইচ্ছা প্ৰকাশ কৰিলে। কিন্তু তেওঁ চৰ্মচক্ষুৰে শ্ৰীকৃষ্ণৰ বিশ্বৰূপ চাবলৈ অক্ষম কাৰণে পৰম কৃপালু শ্ৰীকৃষ্ণই অৰ্জুনক দিব্য জ্ঞানচক্ষু দিলে। আকাশত সহস্ৰ সূৰ্য একেলগে উদয় হ'লে যিখিনি দীপ্তি হ'ব তাৰ লগত বিশ্বৰূপৰ দীপ্তিৰ অলপমানহে সাদৃশ্য আছে। অৰ্জুনে সেই ৰূপ দেখি ক'বলৈ ধৰিলে ঃ "হে দেব, তুমাৰ দেহত দেবসব দেখোঁ, প্ৰাণীসমূহ, নিঃশেষ ঋষি, মহা সৰ্পসব,

সবাৰে ঈশ্বৰ ব্ৰহ্মাক তুমাৰ নাভি পদ্মত দেখোঁ। তুমাকো অনেক বাহু উদৰ মুখ নেত্ৰ অনন্তৰূপ আদি অন্ত মধ্য শূন্য বিশ্বৰূপ দেখোঁ। হে বিশ্বেশ্বৰ, বিস্তৰ কিৰীটি গদা চক্ৰ ধৰিছা। পৰম ব্ৰহ্ম মুমুক্ষুৰ বেদ্য বিশ্বৰ আশ্ৰয় অব্যয় নিত্য ধৰ্মপালক, সনাতন পুৰুষ, উৎপত্তি স্থিতি লয় শূন্য অনন্তবীৰ্য্য অনন্ত বাহু যাৰ নেত্ৰত চন্দ্ৰ সূৰ্য্য মুখত অগ্নি আপুনাৰ তেজে বিশ্বক প্ৰকাশ কৰিবে লাগিছা। স্বৰ্গ পৃথ্বীৰ মধ্য আকাশক দশো দিশক তুমি একেলায় ব্যাপি আছা। তুমাৰ অপূৰ্ব অদৃষ্ট অদ্ভুত ঘোৰ ৰূপ দেখি তিনিয়ো লোক অতি ভীত হৈল" ঃ

> পশ্যামি দেৱাংস্তৱ দেৱ দেহে
> সৰ্ব্বাংস্তথা ভূতৱিশেষ সঙ্ঘান্।
> ব্ৰহ্মাণমীশং কমলাসনস্থম্
> ঋষীংশ্চ সৰ্ব্বানুৰগাংশ্চ দিৱ্যান্॥
> অনেকবাহূদৰৱক্ত্ৰনেত্ৰং
> পশ্যামি ত্বাং সৰ্ব্বতোঽনন্তৰূপম্।
> নান্তং ন মধ্যং ন পুনস্তৱাদিং
> পশ্যামি ৱিশ্বেশ্বৰ ৱিশ্বৰূপ॥
> ... ... ... ... ...
> ত্বমক্ষৰং পৰমং ৱেদিতব্যং
> ত্বমস্য ৱিশ্বস্য পৰং নিধানম্।
> ত্বমৱ্যয়ঃ শাশ্বত ধৰ্মগোপ্তা
> সনাতনস্ত্বং পুৰুষো মতো মে॥
> অনাদিমধ্যান্তমনন্তৱীৰ্যম্
> অনন্তবাহুং শশিসূৰ্যনেত্ৰম্।
> পশ্যামি ত্বাং দীপ্তহুতাশৱক্ত্ৰং
> স্বতেজসা ৱিশ্বমিদং তপন্তম্॥

**২য় স্বৰ ঃ** কৌৰৱ সৈন্যসকলক শ্ৰীকৃষ্ণৰ বিৰাট ৰূপৰ মাজত অৰ্জুনে দেখা পাইছে নে নাই ?



**১ম স্বৰ ঃ** দেখিছে। ধৃতৰাষ্ট্ৰৰ পুত্ৰ দুৰ্যোধনাদি বীৰসকল, জয়দ্ৰথাদি ৰজাসকলেৰে সৈতে ভীষ্ম, দ্ৰোণ, কৰ্ণ সকলো গৈ তেওঁৰ বিৰাট দন্তযুক্ত ঘোৰ মুখত প্ৰৱেশ কৰিছে। তাৰ ভিতৰত কিছুমানৰ মূৰবোৰ চূৰ্ণীকৃত হৈ দাঁতৰ মাজত লাগি আছে। যেনেকৈ নানা পথেৰে নদীবোৰ আহি সম্মুখৰ সাগৰত পৰে, তেনেদৰে এই বীৰসকলো শ্ৰীকৃষ্ণৰ বিৰাট দীপ্তিমন্ত মুখত প্ৰৱেশ কৰিছে। এইবোৰ অনিচ্ছাপূৰ্বক প্ৰৱেশ। ইচ্ছাপূৰ্বক প্ৰৱেশো আছে। আন লোক-সকলো প্ৰদীপ্ত অগ্নিত ফৰিংবোৰ আহি পৰি পৰি মৰাৰ দৰে তেওঁৰ মুখত সোমাইছে আৰু লয় পাইছে। এই আটাইবোৰ তেওঁৰ মুখত প্ৰৱেশ কৰিয়েই থকা নাই। তেওঁ সেইবোৰক অতিশয়ৰূপে ভক্ষণ কৰিছে। এনে উগ্ৰ ৰূপৰ তেওঁ কোন অৰ্জুনে জানিবলৈ বিচাৰিছে আৰু কৈছে ঃ "হে দেববৰ, তোমাক নমস্কাৰ কৰো। প্ৰসন্ন হৱা।... কি নিমিত্তে তুমি এমনে প্ৰবৰ্ত্তা তাক নজানো।"

**২য় স্বৰ ঃ** অৰ্জুনৰ প্ৰাৰ্থনা শুনি শ্ৰীভগৱন্তে কি ক'লে ?

**১ম স্বৰ ঃ** তেওঁ ক'লে ঃ "হে অৰ্জ্জুন, মঞি লোকক্ষয় কৰ্ত্তা উৎকট কাল, লোকক সংহৰিবে লাগি প্ৰবৰ্ত্তিছোঁ। তুমাত বিনে এই যুদ্ধত কেঞো অবশেষ নৰহিব। এতেকে তুমি যুদ্ধক লাগি উঠা। ...এই তোমাৰ শত্ৰু সব তুমাৰ যুদ্ধত পূৰ্ব্বে মঞি কালৰূপে হতপ্ৰায় কৰিলো তুমি তথাপি, সব্যসাচি নিমিত্ত মাত্ৰ হৱা" ঃ

> তস্মাৎ ত্বমুত্তিষ্ঠ যশো লভস্ব
> জিত্বা শত্ৰূন্ ভুংক্ষ্ব ৰাজ্যং সমৃদ্ধম্।
> ময়ৈৱৈতে নিহতাঃ পূৰ্ব্বমেৱ
> নিমিত্তমাত্ৰং ভৱ সৱ্যসাচিন্॥

শ্ৰীকৃষ্ণৰ বিৰাট বিশ্বৰূপ দৰ্শন কৰি অৰ্জুনে তেওঁৰ প্ৰতি ভক্তি আৰু শ্ৰদ্ধাৰ আতিশয্যত তেওঁক বাৰে বাৰে নমস্কাৰ কৰিবলৈ ধৰিলে আৰু আগতে তেওঁৰ লগত কৰা ব্যৱহাৰৰ বাবে ক্ষমা বিচাৰিলে। তেওঁ লগতে ইয়াকো প্ৰাৰ্থনা জনালে

যেন তেওঁ শ্ৰীকৃষ্ণৰ পূৰ্বৰ মনুষ্যাকাৰ সৌম্যৰূপ দেখে। শ্ৰীকৃষ্ণই তাকে কৰিলে।

**২য় স্বৰ ঃ** শ্ৰীকৃষ্ণৰ এনে ৰূপ চাবলৈ অৰ্জুন কিহৰ বলত সক্ষম হ'ল ?

**১ম স্বৰ ঃ** একমাত্ৰ ভক্তিৰ বলত। শ্ৰীকৃষ্ণই ক'লে ঃ "যজ্ঞ বেদপাঠ দান কৰ্ম্ম তপ আচৰিও ই ৰূপ দেখিবে শক্য নহে। কিন্তু তুমি মোৰ প্ৰসাদে দেখি কৃতাৰ্থ হঞা" ঃ

নাহং ৱেদৈৰ্ন তপসা ন দানেন ন চেজ্যয়া।
শক্য এৱংৱিধো দ্ৰষ্টুং দৃষ্টৱানসি মাং যথা॥
ভক্ত্যা ত্বনন্যয়া শক্য অহমেৱংৱিধোঽৰ্জুন।
জ্ঞাতুং দ্ৰষ্টুঞ্চ তত্ত্বেন প্ৰৱেষ্টুঞ্চ পৰন্তপ॥

অৱশেষত সকলো শাস্ত্ৰৰ সাৰ অৰ্থাৎ পৰম ৰহস্যৰ বিষয়ে শ্ৰীকৃষ্ণই ক'লে ঃ "পুৰুষে মোৰ অৰ্থে কৰ্ম কৰিব, মোকে পুৰুষাৰ্থ মানিব, মোকে আশ্ৰয় কৰিব, পুত্ৰাদিৰ সঙ্গ এড়িব, কাৰো লগত বৈৰ নকৰিব। যি এমনে মোত ভক্তি কৰে, সেইসে মোক সাক্ষাতে পাৱে, আনে নপাৱে" ঃ

মৎকৰ্মকৃন্মৎপৰমো মদ্ভক্তঃ সঙ্গৱৰ্জিতঃ।
নিৰ্ৱৈৰঃ সৰ্ৱভূতেষু যঃ স মামেতি পাণ্ডৱ॥

**২য় স্বৰ ঃ** ইয়াতে একাদশ অধ্যায় শেষ হ'ল। দ্বাদশ অধ্যায়ত নো কিহৰ ওপৰত গুৰুত্ব দিয়া হৈছে ?

**১ম স্বৰ ঃ** দ্বাদশ অধ্যায়ত ভগৱানৰ প্ৰিয় ভক্তনো কোন তাৰ বিষয়ে বহলাই কোৱা হৈছে ঃ "উত্তমত দ্বেষ নকৰয়, সমত মিত্ৰভাবে প্ৰৱৰ্ত্তয়, হীনক দয়া কৰয়, অহঙ্কাৰ মমকাৰ নাচৰয়, সুখ দুখ্‌খত সম হয়, সবাকে সহয়, সততে সন্তুষ্ট থাকয়, অপ্ৰমত্ত সংযত স্বভাৱ হয়, মোত দৃঢ় নিশ্চয় কৰয়, মোত মন বুদ্ধি অৰ্পয়, এমন যি ভক্ত হয়, সি মোৰ প্ৰিয়।...যি কাতো অপেক্ষা নকৰে, আলস্য নকৰে, ইষ্ট নাশতো শোক নকৰে, অপ্ৰাপ্তকো নবাঞ্ছে, শত্ৰু মিত্ৰতো একে ভাবে প্ৰৱৰ্ত্তে,



মান অপমানতো হৰ্ষ বিষাদ নকৰে, কুন ঠাইতো আসক্তি নকৰে, স্তুতি নিন্দাতো তুল্য হয়, নিৰন্তৰে মোত স্থিৰ চিত্তে ৰহে, এমন ভক্তিমন্ত মোৰ মহাপ্ৰিয়" ঃ

সন্তুষ্টঃ সততং যোগী যতাত্মা দৃঢ়নিশ্চয়ঃ।
মৰ্য্যপিতমনোবুদ্ধিৰ্যো মদ্ভক্তঃ স মে প্ৰিয়ঃ॥
... ... ...
অনপেক্ষঃ শুচিৰ্দক্ষ উদাসীনো গতব্যথঃ ;
সৰ্ৱাৰম্ভ পৰিত্যাগী যো মদ্ভক্তঃ স মে প্ৰিয়ঃ॥
যো ন হৃষ্যতি ন দ্বেষ্টি ন শোচতি ন কাঙ্ক্ষতি।
শুভাশুভ পৰিত্যাগী ভক্তিমান্ যঃ স মে প্ৰিয়ঃ॥
সমঃ শত্ৰৌ চ মিত্ৰে চ তথা মানাপমানয়োঃ।
শীতোষ্ণসুখদুঃখেষু সমঃ সঙ্গৱিৱৰ্জিতঃ॥
তুল্য নিন্দাস্তুতিৰ্মৌনী সন্তুষ্টো যেন কেনচিৎ।
অনিকেতঃ স্থিৰমতিৰ্ভক্তিমান্ মে প্ৰিয়ো নৰঃ॥

**২য় স্বৰ ঃ** প্ৰিয় ভক্তৰ লক্ষণবোৰ বাৰু বুজিলোঁ। গীতাত উল্লেখ কৰা স্থিতপ্ৰজ্ঞৰ লক্ষণৰ বিষয়ে শ্ৰীকৃষ্ণই নো অৰ্জুনক কি বুলি কৈছিল ?

**১ম স্বৰ ঃ** "যেখন পুৰুষে অযত্নে আত্ম সুখত তুষ্ট হয়। ক্ষুদ্ৰ বিষয় অভিলাষ এড়ে তেখন তাক স্থিতপ্ৰজ্ঞ বুলি। তাৰ আৰো কিছো লক্ষণ শুনা। দুখ্‌খতো মনে ক্ষোভ নহে, সুখতো স্পৃহা নকৰে, কাহাতো প্ৰীতি ভয় নকৰে, কোনো ঠাই স্নেহ নাচৰে, যেন কূৰ্ম্মে অনায়াসে কৰচৰণমুখক সঙ্কোচ কৰে, তেমনে জ্ঞানীয়ো আন বিষয়ৰপৰা ইন্দ্ৰিয়ক ৰাখে। ইন্দ্ৰিয় নিয়মন নহৈলে স্থিতপ্ৰজ্ঞ নঘটে" ঃ

প্ৰজহাতি যদা কামান্ সৰ্ৱান্পাৰ্থ মনোগতান্।
আত্মন্যেৱাত্মনা তুষ্টঃ স্থিতপ্ৰজ্ঞস্তদোচ্যতে॥
দুঃখেষ্বনুদ্বিগ্নমনাঃ সুখেষু ৱিগতস্পৃহঃ।

ৱীতৰাগভয়ক্ৰোধঃ স্থিতধীৰ্মুনিৰুচ্যতে ॥

... ... ...

যদা সংহৰতে চায়ং কূৰ্মোঽঙ্গানীৱ সৰ্বশঃ।

ইন্দ্ৰিয়াণীন্দ্ৰিয়াৰ্থেভ্যস্তস্য প্ৰজ্ঞা প্ৰতিষ্ঠিতা ॥

... ... ...

ৱশে হি যস্যেন্দ্ৰিয়াণি তস্য প্ৰজ্ঞা প্ৰতিষ্ঠিতা ।

**২য় স্বৰ ঃ** গীতাৰ চতুৰ্দশ অধ্যায়ৰ গুণাতীতৰ বিষয়ে কোৱা কথাখিনি সংক্ষেপতে কেনেকুৱা ?

**১ম স্বৰ ঃ** স্থিতপ্ৰজ্ঞ, প্ৰিয়ভক্ত আৰু গুণাতীতৰ প্ৰায় একে লক্ষণ ঃ "যেখনে পুৰুষে দ্বেষ নকৰে, আকাঙ্ক্ষা নকৰে, সদাই সাক্ষী হেন থাকে, মান অপমানতো তুল্য, শত্ৰু মিত্ৰ দুইতো সম স্বভাৱে কিঞ্চিতো উদ্যম নকৰে, তাক গুণাতীত বোলে।···কৃষ্ণৰ অধীন হুয়া গুণত সঙ্গ এড়ি সংসাৰক দূৰ কৰি মোৰ ভক্ত অনায়াসে সংসাৰক তৰে"। এনেভাৱে নানা জ্ঞানৰ তত্ব ব্যাখ্যাৰ পৰিশেষত অষ্টাদশ অধ্যায়ত শ্ৰীকৃষ্ণই অৰ্জুনক সকল গুহ্যত কৰি গুহ্যতম বচন ক'লে ; কাৰণ অৰ্জুন তেওঁৰ অত্যন্ত প্ৰিয় ইষ্ট সখা। তেওঁৰ হিতৰ কাৰণে তেওঁ ক'বলৈ ধৰিলে ঃ "হে অৰ্জ্জুন, তুমি মোত চিত্ত দিয়া মোৰ ভক্ত হৱা মোক পূজা কৰা মোকে নমস্কাৰ কৰা। ভক্তিতে সবে হয় মানি দৃঢ় বিশ্বাসে বিধিকিঙ্কৰ ধৰ্ম্মক এড়ি মোত এক শৰণ হৱা। মোত একশৰণপৰ তুমাক মঞি সকল পাপত হন্তে মোক্ষ কৰাইম" ঃ

সৰ্বধৰ্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।

অহং ত্বা সৰ্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ ॥

মোতে মাত্ৰ সদা দিয়া মন মোৰ ভক্ত হোৱা সৰ্ব্বক্ষণ

মোকে পূজা মাত্ৰ মোক কৰা নমস্কাৰ।

কহিলো তোমাত সত্য বাণী পাইবা সুখে মোক মহামানী

তুমি প্ৰিয়তম সুহৃদ সখি আমাৰ ॥ (নামঘোষা)।



শ্ৰীকৃষ্ণৰ কৃপাত কৃতাৰ্থ হৈ অৰ্জুনে সৰ্বশেষত এই বুলি ক'বলৈ বাধ্য হ'ল ঃ "হে পৰমেশ্বৰ, তুমাৰ প্ৰসাদে মোৰ মোহ নষ্ট হৈল, জ্ঞানকো লভিলো, কৰ্ম্মতো সংশয় গুচিল এতেকে যুদ্ধক লাগি উঠিলো, তুমাৰ আজ্ঞাক অবশ্যে কৰিম" ঃ

নষ্টো মোহঃ স্মৃতিৰ্লব্ধা ত্বৎপ্ৰসাদান্ময়াচ্যুত।

স্থিতোঽস্মি গতসন্দেহঃ কৰিষ্যে ৱচনং তৱ ॥

অৰ্জুনৰ নিচিনা ভক্তিযুক্তভাৱে ভগৱন্তক আৰাধনা কৰিব পাৰিলে ভগৱানৰ কৃপাত মানুহে আত্মজ্ঞান লাভ কৰি কৰ্তব্যৰত হৈ সংসাৰ-বন্ধনৰ পৰা অনায়াসে মুক্ত হয় ঃ

ভগৱন্ত ভক্তিযুক্ত পুৰুষৰ আত্মবোধ

মাধৱৰ প্ৰসাদে মিলয়।

কৃষ্ণৰ কৃপাত সুখে গুচয় সংসাৰ ভয়

এহিমানে গীতাৰ নিৰ্ণয় ॥ (নামঘোষা)।

সাহিত্যই কোনো এক সময়ৰ কোনো সমাজৰ সংস্কাৰ-কুসংস্কাৰ, আদৰ্শ, সমস্যা আদিৰ চিত্ৰ দাঙি ধৰিবলৈ বিভিন্ন চৰিত্ৰৰ অৱতাৰণা কৰে আৰু সতৰ প্ৰতিষ্ঠাৰে সমাজক এটা সুস্থ ৰূপ দিবলৈ যত্ন কৰে। সাহিত্যই জীৱনক প্ৰেৰণা যোগায় আৰু জীৱন-গঢ়াৰ পথৰ নিৰ্দেশ দিয়ে। এই ক্ষেত্ৰত অসমীয়া পাঁচালী সাহিত্যৰ বৰঙণিও কম নহয় ঃ

## পাঁচালী আৰু অসমীয়া পাঁচালী কৱি

পাঁচালী শব্দটোৰ উৎপত্তিৰ বিষয়ে আলোচকসকলে বিভিন্ন মত দাঙি ধৰিছে ঃ "পাঁচালী শব্দৰ মূল সংস্কৃত পাঞ্চালী বা পাঞ্চালিকা, অৰ্থ—পুতলা। পুতলা নাচৰ লগত এনে কাব্যৰ সংশ্ৰৱ আছিল যেন অনুমান কৰিব পাৰি।"[৪০] পাঁচালী শব্দ "সংস্কৃত পাঞ্চালিকা (পুতলা) শব্দৰ পৰা আহিছে। পুতলা নাচৰ সূত্ৰধাৰৰ আদৰ্শতে

---

৪০ নেওগ, মহেশ্বৰ ঃ অসমীয়া সাহিত্যৰ ৰূপৰেখা

কথক বা ওজাই কোনো পৌৰাণিক কাহিনীযুক্ত গীত বা কাব্য নাচ-গান আৰু অঙ্গী-ভঙ্গীৰ যোগেদি সামাজিকৰ আগত প্ৰকাশ কৰিছিল কাৰণেই হয়তো সেই শ্ৰেণীৰ কাব্যই পাঁচালী নাম পালে।"[৪১] বঙলা সাহিত্যৰ ভক্তিসূচক কাহিনীমূলক পাঞ্চালী বা পঞ্চালিকা শ্ৰেণীৰ কৱিতাবোৰৰ বিষয়ে ডঃ সুকুমাৰ সেনে এনেদৰে মন্তব্য কৰিছে: "পাঞ্চালী বা পঞ্চালিকাই মূলতঃ পুতলাকে বুজাইছিল। এই নামটোৱে ইয়াকে সূচায় যে আৰম্ভণি-কালত কাহিনী এটাক অৱলম্বন কৰি দেখুওৱা পুতলা নাচৰ সহায়কৰূপে ভক্তিমূলক গীতবোৰ গোৱা হৈছিল আৰু কৱিতাবোৰ পাঠ কৰা হৈছিল।"[৪২] পাঁচালী শব্দটোৰ লগতে আন এটা শব্দৰো ব্যৱহাৰ আছে। সেইটো হ'ল লেছাৰি, লেছেৰি বা লাছাৰি শব্দ। নাৰায়ণদেৱৰ বৰ্ণনাত্মক পদৰ শেষত এনেদৰে পোৱা যায়: "সুকবি নাৰায়ণদেৱৰ সুৰস পাচালি, পদ্মাৰ কান্দোন বুলি একেই লেছেৰি।" ইয়াৰ দ্বাৰা কাহিনীটোৰ পৰৱৰ্তী ঘটনাটোৰ ইঙ্গিত এনেদৰে দিয়া হ'ল যে ইয়াৰ পাছত পদ্মাৰ কান্দোনৰ বৰ্ণনা ওজাপালিয়ে গাব। তাৰ আগতে ওজাপালিয়ে এবাৰ বিশেষ ধৰণে নাচিও ল'ব। এই ক্ষেত্ৰত লেছাৰি শব্দৰ অৰ্থ এক বিশেষ নৃত্যভঙ্গী বুলিয়ে ক'ব লাগিব। ডঃ সুকুমাৰ সেনে 'নাচাড়ি' শব্দটো নৃত্যবৃত্তিক (নৃত্যভঙ্গী) শব্দৰ-পৰা সিদ্ধ কৰিছে। নাচাড়িয়েই নাচাৰি, নেচাৰি, লেচাৰি, লেছাৰি, লেছেৰি বা লাছাৰি।

অসমীয়া কৱি মনকৰ, পীতাম্বৰ আৰু নাৰায়ণদেৱৰ ৰচনাত পাঞ্চালি, পঞ্চালি আৰু পাচালি শব্দৰ ব্যৱহাৰ পোৱা গৈছে। দুৰ্গাবৰে এই শব্দবোৰ ব্যৱহাৰ কৰা নাই। মনকৰে আৰম্ভণিতে লেখিছে: "পোঞাৰ পাঞ্চালি মই যে নাজানো আপুনি দিয়োক

---

৪১ শৰ্মা, সত্যেন্দ্ৰনাথ: অসমীয়া সাহিত্যৰ ইতিবৃত্ত

৪২ সেন, সুকুমাৰ: *History of Bengali Literature*



চিত"। পদ্মাৰ জন্মখণ্ড বৰ্ণনা কৰিবলৈ যাওঁতে তেওঁ আকৌ লেখিছে: "পঞ্চালি খেলাই ভাল জে। দেৱ মোৰ খেলাই পঞ্চালি: নৱ বধু লৈয়া নাহাৰে। গঙ্গা দুৰ্গা লৈয়া গোসাই খেলে পাশাসাৰি।" ইয়াত পঞ্চালি শব্দটোৱে পাশাখেলক বুজাইছে। পাশাসাৰি শব্দটোৰ পৰা পাঁচালী শব্দটোও সিদ্ধ হয়: পাশাসাৰি, পাসাসাৰি, পাসাৰি, পাচাৰি, পাচালি, পাঁচালি, পাঁচালী। কৱি পীতাম্বৰে উষা-পৰিণয়-পুথিৰ আৰম্ভণিতে উল্লেখ কৰিছে: "ৰচিলো পাঞ্চালি জেন বুঝে সৰ্ব্বলোকে। ...মোৰ দোশ মৰসিয়ো সভাসদ লোকে। ৰচিবো পাঞ্চালি তাতে জত দোষ থাকে।" নাৰায়ণদেৱে 'সুৰস পাচালি'ৰ ব্যৱহাৰ সঘনে কৰিছে। প্ৰথম অৱস্থাত পুতলা নাচৰ লগত পাঁচালী-ৰচনাৰ সম্পৰ্ক থাকিলেও পৰৱৰ্তী কালত ইয়ে জন-ৰুচি আৰু জন-বিশ্বাস সম্বলিত জনসাধাৰণৰ জীৱনৰ নানা দুখ-কষ্ট, অপায়-অমঙ্গল নাশ কৰি ধনে-জনে ঐশ্বৰ্যমণ্ডিত কৰি তুলিব পৰা কোনো দেৱ-দেৱীৰ মাহাত্ম্যসূচক ভক্তিমূলক নৃত-গীতৰ জৰিয়তে প্ৰদৰ্শন কৰিব পৰা নাইবা পাঠ কৰিব পৰা কাহিনীকে বুজাবলৈ ল'লে। পাঁচালী-ৰচনাৰ অকল শক্তিপূজাৰ লগতে বিশেষ সম্পৰ্ক নহয়। শ্ৰীসত্যনাৰায়ণ দেৱৰ পাঁচালি, ত্ৰিনাথৰ পাচালি আদি পাচালি-পুথিও পোৱা গৈছে। দৰঙী ৰজাৰ পৃষ্ঠ-পোষকতা লাভ কৰা বিশ্বেশ্বৰ দ্বিজে ৰচনা কৰা সত্যনাৰায়ণ দেৱৰ পাঁচালিত সত্যনাৰায়ণে ব্ৰাহ্মণক উপদেশ দিছে:

> পঞ্চ সেৰ গুণ্ডি আনি পাত্ৰে নিবেদিব।
> পঞ্চ আখা কলা আনি একত্ৰে মথিব॥
> ... ... ...
> এক চিত্ত মনে পাচে আমাক ভাবিব।
> সেই দ্ৰব্য মধ্যে লৈয়া বেড়িয়া বসিব॥
> পাঞ্চালি প্ৰবন্ধে সবে কৰিব কথন।
> আমাৰ যতেক কথা সাৰ বিৱৰণ॥

ত্ৰিনাথৰ পাঁচালিত ত্ৰিনাথে ব্ৰাহ্মণক একে ধৰণে উপদেশ দিছে ঃ

... ... ...

ধূপ দীপ দিয়া নৈবেদ্য সহিতে
কৰিবা মোত অৰ্পণ ॥
পাঞ্চালি প্ৰবন্ধে কৰিবা বৰ্ণন
মোহোৰ যত কাহিনী ।

গতিকে গীত আৰু পাঠৰ উপযোগীকৈ ৰচনা কৰা কাহিনীযুক্ত কোনো সকাম ভক্তিমূলক ৰচনাকে পাঁচালী বুলি সংক্ষেপতে ক'ব পাৰি। অসমীয়া পাঁচালী লেখকসকলে নিজৰ নিজৰ ৰচনাত বৰ্ণনা কৰা দেৱ-দেৱীৰ মহিমা আৰু তেওঁলোকক পূজাৰ ফল কি হ'ব পাৰে তাৰ বৰ্ণনা দিবলৈ পাহৰা নাই। পীতাম্বৰে উষা-পৰিণয়ৰ আৰম্ভণিতে উল্লেখ কৰিছে ঃ

হৰি নাম শুনে জেৱা হৰি বোলে মুখে ।
ধন পুত্ৰ পৰিৱাৰ বাঢ়ে নানা সুখে ॥
বাঢ়ে পৰমায়ু সম্পদ অতিসয় ।
অন্ত কালে ৰথে চড়ি স্বৰ্গলোকে জায় ॥

মনকৰে লেখিছে ঃ

এক চিত্ত মনে জিটো পূজে বিষহৰি ।
পুত্ৰ দাৰা ধন জন দেন্ত দিগম্বৰী ॥

নাৰায়ণদেৱৰ ভাষাত ঃ

আস্তিক মুনিৰ মাতা বাসুকি ভগিনী ।
যি জনে কৰে পূজা খণ্ডাই বিঘিনি ॥

সত্যনাৰায়ণক পূজিলেও 'অপুত্ৰৰ পুত্ৰ হয় নিৰ্ধনিৰ ধন'। 'জিবা পঢ়ে জিবা শুনে সত্যৰ চৰিত্ৰ, সংসাৰ নিস্তৰি বৈকুণ্ঠত হয়ে থিত'। ইপিনে ত্ৰিনাথ হৈছে 'ত্ৰিলোকৰ পতি তেওঁ সৰ্ব্বফল দাতা, তেৱেঁ বিষ্ণু মহেশ্বৰ তেৱেঁই বিধাতা'।



অসমীয়া পাঁচালী কৱিসকলৰ ভিতৰত নাৰায়ণদেৱৰ নাম বিশেষভাৱে উল্লেখযোগ্য। তেওঁৰ পদ্মাপুৰাণ এখন বৃজন আকাৰৰ গ্ৰন্থ। অকল আকৃতিৰ ফালৰ পৰাই নহয় তাত বৰ্ণনা কৰা নাৰায়ণদেৱৰ সমসাময়িক অসমীয়া সমাজখনৰ ৰীতি-নীতি, সংস্কাৰ-কুসংস্কাৰ, আদৰ্শ, মানৱীয় চৰিত্ৰ, সামাজিক আৰু ধাৰ্মিক সমস্যা আৰু সংঘাত আদিৰ চিত্ৰই গ্ৰন্থখনৰ মূল্য যথেষ্টৰূপে বঢ়াইছে। এজন সমালোচকৰ ভাষাত 'কৱিয়ে নিজৰ ঘৰৰ কথা লেখোঁতে, সদায় দেখা দৈনিক ঘটনাৰ কথা বৰ্ণনা কৰোঁতে, অজ্ঞাতসাৰে এক মহাকাব্য ৰচনা কৰি পেলাইছে।'[৪৩] নাৰায়ণদেৱৰ ৰচনাত বিশেষভাৱে উল্লেখ কৰিবলগীয়া হৈছে চান্দ সদাগৰ আৰু বেউলাৰ চৰিত্ৰ-অঙ্কন। এই চৰিত্ৰ দুটাই জনসাধাৰণৰ জীৱনত মনোবল, প্ৰেৰণা আৰু সান্ত্বনাৰ যোগান ধৰিছে। চান্দ সদাগৰক এজন কৰ্তব্য-পৰায়ণ, দূৰদৰ্শী, সূক্ষ্ম-বিচাৰসম্পন্ন, অসীম মনোবলেৰে বলী, নিষ্ঠাৱান, প্ৰতিহিংসা-পৰায়ণ অথচ মানৱীয় গুণসম্পন্ন লোক হিছাপে নাৰায়ণদেৱে অঙ্কন কৰিছে। লখিন্দাৰৰ জীৱন-ৰক্ষাৰ কাৰণে চান্দ সদাগৰে ল'বলগীয়া আটাইখিনি ব্যৱস্থা লৈছে। মেৰঘৰত চান্দ সদাগৰে ঃ

শ্ৰীখণ্ডি কপাট দিছে জোৰৰ কৰাল ।
পিপৰা নুৱাৰে তাত পশিব ভিতৰ ॥
সপ্ত হাল হস্তী দিয়া দুৱাৰ টানিলা ।
তথাপিতো মেৰঘৰৰ লোম নলৰিলা ॥
কাচা কাঠ কাটি আনি অগনি জ্বালিলা ।
তথাপিতো মেৰঘৰৰ ছিদ্ৰ নাপাইলা ॥
ঠাট কটক দিয়া ৰাখিছে যতনে ।
কি কৰিতে পাৰে তাক নাগৰ পৰাণে ॥
ৰাজ্যে ৰাজ্যে চন্দ্ৰধৰে দি আছে ঘোষণা ।
এক সৰ্প মাৰি দিলে লক্ষ তোলা সোণা ॥

---

৪৩ দাস, ভাৰত চন্দ্ৰ ঃ অসমীয়া সাহিত্য-বুৰঞ্জী ( মনসা শাখা )

কিন্তু 'দৈৱৰ নিৰ্বন্ধ হায় নযায় খণ্ডন'। লখিন্দাৰৰ মেৰঘৰতে মৃত্যু হ'ল। বেউলাৰ ক্ৰন্দনত বৃক্ষৰ পাত সৰিল, পাথৰ ফাটিল, মেদিনী বিদাৰিল। কান্দোন শুনি সোণেকাই চান্দ সদাগৰক জনালে। আত্মবিশ্বাসী চান্দই তাৰ উত্তৰ দিলে এই বুলি ঃ পুত্ৰ বধূ দুই যুৱা, মেৰত্ব কৰিছে কিবা ; তাতে তুমি কেনে পাতা কাণ।" সোণেকাই তেওঁৰ আশ্বাসত পতিয়ন নগৈ মেৰঘৰলৈ বুলি দৌৰ মাৰিলে। গোটেই 'চম্পক নগৰ জুৰি ভৈলা গণ্ডগোল।' এনে অৱস্থাত চান্দও ঘটনাস্থলীত উপস্থিত হ'ল। কিন্তু হেমতালৰ বাৰি লৈ তেওঁ সাপডাল ক'ত লুকাই আছে তাকেহে বিচাৰিবলৈ ধৰিলে। 'বিচাৰিয়া চন্দ্ৰধৰে নাগক নাপাইলা। পুত্ৰৰ মুখ চাই চান্দই সন্তাপ কৰিলা।' এইখিনিতে চান্দৰ অন্তৰৰ মানৱীয় ফালটো ফুটি ওলাইছে। ইপিনে তেওঁ তাতে কান্দি থাকিলেও নহয়। তেওঁৰ আন কৰ্তব্যও আছে। মৃত-পুত্ৰক জীয়াই তুলিবলৈ তেওঁ যত্নৰ ত্ৰুটি কৰাটো অনুচিত। সেয়েহে ঃ

> ক্ৰন্দন সামৰি স্থিৰ ভৈলা চন্দ্ৰধৰ।
> ওজাক আনিতে যান্তে পাছে অনুচৰ ॥
> চান্দ বোলে শুনা লেঙ্গা আমাৰ বচন।
> ধন্বন্তৰীৰ পুত্ৰক আনা লখাইৰ কাৰণ ॥
> যদি জীয়াইতে পাৰে সুন্দৰ লখিন্দাৰে।
> অৰ্দ্ধ ৰাজ্য ভাগ কৰি দিবোহো তাহাৰে ॥

ওজাই চাই-চিতি ক'লে ঃ 'তব প্ৰাণ পুত্ৰ লখাই জীয়াইতে নাপাৰি।' এনে নিষ্ঠুৰ বচন শুনি 'পুত্ৰ কোলে লৈয়া চান্দ কৰিলা ক্ৰন্দন।' এনে সময়তে পদ্মাৰ প্ৰতি থকা প্ৰতিহিংসাৰ জুইকুৰা তেওঁৰ আকৌ জ্বলি উঠিল। যদি 'কাণী'ক এবাৰ লগ পায় তেনেহ'লে একে কোবে তেওঁ 'সাতো পুত্ৰৰ ধাৰ' সুজিব। তেওঁ পুনৰ মনলৈ দৃঢ়তা ঘূৰাই আনিলে ; পুত্ৰৰ মৰা শ নদীত ভহাই দিবলৈ আদেশ কৰিলে। ইপিনে বেউলা লখিন্দাৰৰ মৰা শ ভুৰ বান্ধি লৈ যাবলৈ



ওলাল। ভুৰ সাজিবলৈ মালীয়ে সদাগৰৰ ওচৰত কলগছৰ বাবে কোৱাত তেওঁ গছ কাটিবলৈ হাক দিলে ; কাৰণ সেই কলগছ বেচি পোৱা ধনেৰে বুঢ়া কালত তেওঁ খাব লাগিব ; যিহেতু তেওঁৰ কোনো পুত্ৰ আৰু বাকী নাথাকিল। এইখিনিতে এপিনৰ পৰা তেওঁক দূৰদৰ্শী আৰু আন পিনৰ পৰা কৃপণ বুলি ভাবিবৰো স্থল থাকিল। শহুৰেকৰ কথা শুনি বেউলাই কলগছৰ মূল্য হিছাপে হাতৰ কঙ্কণ খুলি দিলে। চান্দ সদাগৰ প্ৰকৃততে কৃপণালি কৰি কলগছ নিদিয়াকৈ থকা নাছিল। এজন সদাগৰ হৈ তেওঁ বিধৱা বোৱাৰীয়েকক অকলশৰে এক অনিৰ্দিষ্টতাৰ মাজত পেলাব নোৱাৰে। শহুৰেক হিছাপেও তেওঁৰ এটা দায়িত্ব আছে। সেই কাৰণে তেওঁ ক'লে ঃ 'কদাচিতো বধূ মই তোমাক নেদো চাৰি'। বেউলাক এনেকৈ যাবলৈ দিলে জ্ঞাতিসকলেও নানা কথা ক'ব। অৱশেষত জয়ধৰৰ অনুৰোধ, বেউলাৰ মনৰ দৃঢ়তা আৰু প্ৰতিজ্ঞা, জ্ঞাতিসকলৰ অনুমতি এই আটাইবোৰ বিবেচনা কৰি চন্দ্ৰধৰে বেউলাক যাবলৈ সন্মতি দিলে। লখিন্দাৰৰ মৰা শ ভুৰত তুলি নানা প্ৰতিকূল পৰিস্থিতিৰ মাজতো মনোবল, ধৈৰ্য, উপস্থিত বুদ্ধি আদিৰ সহায়ত যেতিয়া বেউলা লখিন্দাৰ আৰু চন্দ্ৰধৰৰ আন পুত্ৰসকল জীয়াই চৈধ্যখন ডিঙাৰ বয়-বস্তুৰে সৈতে উপস্থিত হ'ল তেতিয়া চান্দ সদাগৰে আৰু পদ্মাক পূজা নকৰোঁ বুলি আঁকোৰগোজ মনোবৃত্তি লৈ বহি থাকিব নোৱাৰিলে। বাওঁ হাতেৰে হ'লেও তেওঁ পদ্মাৰ নামত ফুল দিলে। এইখিনিতে চান্দ সদাগৰৰ মহান চৰিত্ৰৰ পৰিচয় পোৱা গৈছে। এটা পৰিয়ালৰ মুৰব্বী হৈ অকল নিজৰ কথাতে লাগি থাকিলে পৰিয়াল-টোৰ মঙ্গল নহ'বও পাৰে। যিটো কৰিলে গোটেই পৰিয়ালৰ মঙ্গল হয় তাকে কৰাটো তেওঁৰ কৰ্তব্য। চান্দৰ চৰিত্ৰৰ জৰিয়তে নাৰায়ণ-দেৱে শৈৱ আৰু শাক্ত ধৰ্মৰ মাজত সমাজত দেখা দিয়া বিৰোধৰো অন্ত পেলাই সমাজৰ সমুখত উদাৰ আৰু সমন্বয়ৰ আদৰ্শ দাঙি

ধৰিলে। চান্দ সদাগৰৰ নিচিনা বেউলাৰ চৰিত্ৰ এক মহান আদৰ্শ চৰিত্ৰৰূপে অঙ্কন কৰি নাৰায়ণদেৱে জনসাধাৰণৰ জীৱনলৈ দৃঢ় মনোবল আৰু আত্মবিশ্বাস ঘূৰাই আনিলে।

কোনো কৱি আৰু সাহিত্যিক কোনো এখন সমাজত বাস কৰে আৰু তেওঁৰ সমসাময়িক সমাজখনক তেওঁ উন্নত ৰূপত পাবলৈ বাঞ্ছা কৰে। কৱি-সাহিত্যিকৰ প্ৰকৃত সত্তা তেওঁৰ ৰচনা-ভঙ্গীত প্ৰকাশ পায়। অসমীয়া সাহিত্যৰ আধুনিক যুগৰ লক্ষ্মীনাথ বেজবৰুৱাৰ ৰচনা-ভঙ্গীত অসমীয়া লোক আৰু অসমীয়া ভাষাৰ প্ৰতি তেওঁৰ অসীম ভালপোৱাৰ উজ্জ্বল নিদৰ্শন জিলিকি আছে। বৰ্তমান সময়ৰ প্ৰৱীণ সাহিত্যিক, নাট্যকাৰ আৰু কৱি অতুলচন্দ্ৰ হাজৰিকাৰ ৰচনা-ভঙ্গীত এখন সুন্দৰ অসমীয়া সমাজৰ কল্পনাই কেনেদৰে স্থান পাইছে তাক তলত দিয়া আলোচনাটোৱে স্পষ্ট কৰি তুলিব।

### হাজৰিকাৰ ৰচনা-ভঙ্গী

হাজৰিকাদেৱে ৰচনা কৰা সাহিত্যৰ পৰিধি যথেষ্ট বহল। তেওঁৰ সাহিত্যই নানা দিশ সামৰি লৈছে। ইয়াত ঘাইকৈ হাজৰিকাৰ গদ্য-ৰচনাৰ ওপৰত ভিত্তি কৰিহে ৰচনা-ভঙ্গীৰ চমু আভাস দিবলৈ যত্ন কৰা হৈছে। তেওঁৰ ৰচনা-ভঙ্গীক বৰ্ণনাত্মক দৃষ্টিৰে চালে প্ৰথমতে চকুত পৰে শব্দ-চয়ন সম্পৰ্কত আচৰিত ধৰণে অৱলম্বন কৰা উদাৰ পন্থা। তেওঁ মুকলীভাৱে সকলো ধৰণৰ শব্দ গ্ৰহণ কৰিছে। ঘৰুৱা অসমীয়া শব্দৰ পৰা আৰম্ভ কৰি উপভাষাৰ শব্দ, বিদেশী শব্দ, যুৰীয়া শব্দ, জনজাতীয় ভাষাৰ শব্দ, সংযুক্ত শব্দ, সৃষ্ট শব্দ আদি সকলো-বোৰকে উপযুক্ত স্থানত ব্যৱহাৰ কৰিছে। ইয়াৰ দ্বাৰা হাজৰিকাৰ মাতৃভাষা সম্পৰ্কে থকা স্পষ্ট ধাৰণাৰ স্বৰূপ প্ৰকাশ পাইছে। এই ক্ষেত্ৰত বেজবৰুৱাই কৰা মন্তব্য এটালৈ স্বাভাৱিকতে দৃষ্টি আকৰ্ষিত হয়। তেওঁ লেখিছিল ঃ "অসমীয়া ভাষা উজনিৰো অকলশৰীয়া ভাষা নহয়, ভাটীৰো অকলশৰীয়া ভাষা নহয়। সি গোটেই অসমৰ ভাষা।" বেজবৰুৱাৰ ক্ষেত্ৰত তেওঁৰ অসমীয়া ভাষাৰ প্ৰতি ভাল-পোৱাটোৱে মুখ্য কথা। হাজৰিকাৰ বেলিকাও একে কথাই খাটে। তেওঁৰ ভাষাত অসমীয়া ভাষা 'অসমৰ ৰাইজৰ প্ৰাণৰ ভাষা, মান্ধাতাৰ আমোলৰ ভাষা, ই একেদিনে পাবত গজা নাই। অসমৰ মাজ বুকুৰেদি বৈ যোৱা বৰ লুইতখনৰ সমান গভীৰ, প্ৰশান্ত আৰু প্ৰাচীন এই অসমীয়া ভাষা' আৰু এই 'অসমত যদি অসমী ভাষাই নেপায় আগত স্থান, স্বাধীনতা হ'ব ভেকোভাওনা ব্যৰ্থ সাধনা-ধ্যান! বন্ধুৱা, পমুৱা, সবাৰে মুখত দিলে অসমীয়া মাত; তেতিয়াহে মাথোঁ হ'ব জয়যুক্ত বাণ-চুকাফাৰ জাত।'



অসমত ন্যায্য স্থান অধিকাৰ কৰিবলগীয়া অসমীয়া ভাষাৰ শব্দ-গঠনত হাজৰিকাই কেনে ব্যৱস্থা গ্ৰহণ কৰিছে তলত দিয়া উদাহৰণ-বোৰৰ পৰা এটা স্পষ্ট ধাৰণা গঢ়ি উঠিব ঃ

(ক) ধোঁৱাচাং, নাগমাটি, তুলাপাত, লাওপানী, এলাপেচা, কৰাইচ, পেন্দুকনা, দীপলিপ, আটোমটোকাৰী।

(খ) দুনিয়া, জাহাপনা, ছাহাজাদা, তফাৎ, লৰাই, কাজিয়া, ফিকিৰ, জাহিৰ, তালাক, পয়গম্বৰ।

(গ) ব্ৰহ্মবধ, পিতৃবধ, সুৰাপান, মিত্ৰদ্ৰোহ, পুত্ৰ-পুত্ৰী, বপু, প্ৰতিনিধিৱৰ্গ, সুধীমণ্ডলী।

(ঘ) জুই-অগনি, গ'ৰু-বধ, তিৰী-বধ, তৃণ-কুটা, বাকলি-বসন।

(ঙ) ফুটছাই, আটাহ, তালাপি, নাগেশ্বৰ, মকুৱা, ৰাৱণৰ নাড়ী, সাঠন, ছাৱা, বাপাছানা, আতা, আবু, বৰেপুৱা, চালপীৰা, শেতেলী, হোটোৰা, হেহোঁ নেহো, হাউৰিয়া, শেহা-বেঙা, তামাকাঁহা, শিচ, পাং, লাপুং।

(চ) টোপনি, ঘুমটি; ডিঙি, গল; চিফুং, বাঁহী; নৃপতি, ৰজা; চুঁচি-মাজি, ফণিয়া; উকলি, জোকাৰ।

(ছ) দেও-মনিষ, সাতে-সোতৰে, কাউৰ-কুকুৰ, বিচাৰ-খোচাৰ, মাত-বোল, চাকি-বন্তি, হাজাৰ-বিজাৰ, মৰম-চেনেহ, ডকা-চাকনৈয়া।

(জ) জনম, লগন, লখিমী, ভচম, অধৰম, পুইন, মেলেছ, শুকুলা, বিয়াধ, শকতি, হৰিষ, ৰাইকহ, ৰহইছ।

(ঝ) অক্সিজেন, ৰোমাণ্টিক-ইলিয়টী (কবিতা), মিছনেৰী ছাহাবসকল, সূচনা-চিত্র ( documentary ), ৰেল-নগৰ, তেল-নগৰ, শোভন-সংস্কৰণ, বজা-চেষ্টা, যুটীয়া প্ৰচেষ্টা।

(ঞ) প্ৰণামিলে, আহ্বানিলে, হিংসিবলৈ আৰম্ভ কৰিলে, ৰামধনু বুলীয়া।

(ট) মায়ঙৰ বেজ, দীৰ্ঘেশ্বৰীৰ টপা বাঘ, বকুল গছৰ বুঢ়া ডাঙৰীয়া।

আনফালে তেওঁৰ ৰচনাৰ পাতে পাতে জিলিকি আছে অসমীয়া সমাজ আৰু সংস্কৃতিৰ বাৰ্ত্তাবহনকাৰী অলেখ শব্দৰাজিঃ বিহু, ভঠেলী, জেংবিহু, মাৰৈ পূজা, দেওধা নাচ, তিনি কীৰ্তন, চান্দোৰ ডিঙা, ঢুলীয়া, খুলীয়া, গায়ন, সূত্ৰধাৰ, তেলী, মালী, শিলাকুটী, বণিয়া, সূতাৰ, চৰ্মকাৰ, কুম্ভকাৰ, চিত্ৰকৰ, কঁহাৰ, বিপ্ৰ, কাইথ, নট, ভাট, দেৱদাসী, হাজোৰ নটী, মাৰৈপূজাৰ দেওধনী, বিয়াহৰ ওজা, চাংমাই, লিগিৰা-লিগিৰী, ছিপাহী-ছন্তৰী, হাতীশাল, ঘোঁৰাশাল, চাংমাইশাল, মইনা, ভাটৌ, চকোৱা, ঢোল, মাদল, নৰণী, খুৰ, কেঁচী, আঙঠি, গল্‌পতা, কেৰু, মণি, থুৰিয়া, চিতিপাঁতি, পাট-মেজাঙ্কৰীৰ সাজপাৰ, ৰিহা-মেখেলা, শৰাই, পিকদান, ভোগজৰা, দোলা, পাল্‌কী, পচলাৰ খাৰ, মাটিমাহৰ আঞ্জা, কাহুদি-খাৰলি, শোকোতা-খৰিচা, মাছ খৰিকাত দিয়া, কলডিল, ঔটেঙা, লফা শাক, চিতল মাছৰ কোলঠি, মুহুদি।

অসমীয়া ভাষাৰ বৈশিষ্ট্যসূচক এটা প্ৰধান লক্ষণ হৈছে ভাষাটোত ব্যৱহাৰ হোৱা নিৰ্দিষ্টতাৱাচক প্ৰত্যয় বা প্ৰত্যয়সূচক নানা শব্দৰ ব্যৱহাৰ। হাজৰিকাৰ ৰচনাত এনে শব্দৰ অসংখ্য প্ৰয়োগে অসমীয়া ভাষাটোৰ সম্যক জ্ঞান আহৰণ কৰাত যথেষ্ট সহায় কৰিছে; যেনে, পোনাকণ, চুলিকোছা, জুইকুৰা, কেবাখিলাও পাত, বন্তিগছ, ভাতগাল, মাছ এচকল, এচপৰা মাটি, এচাব কোৰ, লেখক এচাম, এহালিচা পাতনি, পানী এচলু, এচেলেকা অমৃত, গুৰুজন, গাভৰুজনা, লাওজোপা, তুলসীজুপি, গালি এজাউৰি, এট্‌পি চকুলো, এডৰা মাহুৰী বন, আপদডাল, পানী এদোঙা, এধাৰ সোণৰ হাৰ, এধাৰি বনমালা, মজা এপালি, ফুলপাহ, পুণ্যফেৰা, পূজাভাগ, এভাগি পূজা, পাণৈযুৰি, চকুযুৰি, এযোৰ চাকৈ-চকোৱা, কেৰুযোৰ, এই সোপা, এহাল বুঢ়া-বুঢ়ী।



ইপিনে অনিৰ্দিষ্টতাসূচক প্ৰয়োগ কিছুমান হ'ল এনেকুৱাঃ জনদিয়েক পণ্ডিত, জনচেৰেক লোক, খনচেৰেক নাট, কেইনেছামান সূতা, দুফাকিমান কবিতা, দুআষাৰমান, কেইসাজমান।

শব্দ-ৰচনাৰ পাছত বাক্য-ৰচনা। হাজৰিকাই বিৱিধ ধৰণৰ বাক্য ৰচনা কৰিছে। কোনো এটা বাক্য সম্পূৰ্ণ তদ্ভৱ শব্দেৰে ৰচা, কোনো এটা তৎসম শব্দেৰে ভৰপূৰ, কোনো এটা বাক্যৰ একাংশত যদি সংস্কৃত বা আন ভাষাৰ বাক্যৰ অংশ ব্যৱহাৰ কৰিছে, কোনো এটা আকৌ ইংৰাজী ভাষাৰ অনুৱাদৰূপে ৰচনা কৰা। কেতিয়াবা পুৰণি অসমীয়া সাহিত্যৰ পদৰ শাৰী কিছুমানকো গদ্যৰ ৰূপ দি লেখা হৈছে। কোনো কোনো ক্ষেত্ৰত আন কবি-সাহিত্যিকৰ ৰচনাকো নিজৰ বাক্যৰ লগত সাঙুৰি স্বকীয়া বাক্যৰ প্ৰচলন কৰিছে। কেতিয়াবা ভাৰতীয় মহাকাব্যৰ কাহিনীৰ আলমত বাক্য সজোৱা হৈছে। ভট্টদেৱৰ ৰচনাৰ নিচিনা বিশেষণৰ ক্ষেত্ৰত সংস্কৃতীয়া প্ৰয়োগো নোহোৱা নহয়। কোনো ভাৱ স্পষ্টকৈ প্ৰকাশ কৰিবলৈ কেতিয়াবা অঙ্কবিদ্যাৰ আশ্ৰয় লোৱাও দেখা যায়। তলত আটাইবোৰৰ উদাহৰণ দিয়া হ'ল:

"পূবে বগাদাৰ দিলে। ৰাতি পুৱাল। যাওঁ এতিয়া, প্ৰকৃতি-সন্তান বিহগ-বিহগীসকলৰ লগত সন্ধ্যা-ললিতা-কান্তাৰ ভক্তি-বিমিশ্ৰিত স্বৰত সুৰ মিলাই দি সন্ধ্যাচলত সেই শুভ দিনলৈ প্ৰতীক্ষা কৰোঁ গৈ।

"সন্ন্যাসীয়ে ক'লে: মহাৰাজ, পুত্ৰং দেহি। ইমানতে আমি ঠাইৰ দেৱতা ঠাইলৈ উলটি যোৱাই ভাল। যঃ পলায়তি সঃ জীৱতি। এতিয়া শুভস্য শীঘ্ৰং হ'লেই আমাৰ কাৰ্যসিদ্ধি। চীন পৰিব্ৰাজক হিউয়েনচাং। বুদ্ধং শৰণং গচ্ছামি, সঙ্ঘং শৰণং গচ্ছামি, ধৰ্মং শৰণং গচ্ছামি।

"মেকুৰী জোলোঙৰ পৰা ওলাল। মেকুৰীৰ ডিঙিত টিলিঙা পিন্ধায় কোনে?

"বেছি লিখা অনাৱশ্যক। ফলাফল ফলদাতা বিভুৰ হাতত (তু. আনন্দচন্দ্ৰ আগৰৱালা: কৰ্তব্যৰ পাছে লৰা, ক্ৰমাগত কাম কৰা, ফলাফল ফলদাতা বিভুৰ হাতত)।

"মধুপুৰ সত্ৰ, ছত্ৰশাল সত্ৰ আদি অসংখ্য প্ৰাচীন স্মৃতিৰ অৱশেষ অযত্নপালিতা কন্যা বিলৰ মাজত হৈ তাত পৰি আছে (তু. ৰঘুনাথ চৌধাৰী: অযত্নপালিতা কন্যা বিলৰ মাজত অফুলন ভেঁটফুলপাহি)। পুৰণি পৃথিৱীখন আমি ন চকুযুৰিৰে চাই ল'বলৈ সুৱিধা পাইছোঁ (তু. বেজবৰুৱা: পুৰণি পৃথিৱী নকৈ চাই লওঁ, হে বীণ এবাৰি মাত)। বকাসুৰ ভাই, তই থাক চাই মই পেলাওঁ খাই (ভীম চৰিত)। ব্ৰহ্মা, হৰ, মনু, কপিল, শুক, ভীষ্ম, বলি, প্ৰহ্লাদ, নাৰদ, জনক আৰু মই এই বাৰজনৰ বাহিৰে আনে হৰি-নামৰ গুপুত মহিমাৰ কথা নাজানে (তু. শঙ্কৰদেৱ: ব্ৰহ্মা, হৰ, মনু, কপিল কুমাৰ, শুক, ভীষ্ম, বলিৰায়, প্ৰহ্লাদ, নাৰদ, জনক, আমিসি, বাহুজন সমুদায়)।

"সেই পলোৱা নাওবোৰক আমাৰ সেনাই পাছে পাছে শিশুপাল খেদা দি থৰ্কাছুটি হেৰুৱালে। আমি অবলা হ'লেও দুৰ্বলা নহওঁ। নিলাজী ধৰিত্ৰীৰ দ্বাৰা। যমুনাক পাগলিনী কৰি।



"আমাৰ কেইবাখনো শাখা-সভাৰ অৱস্থা জ্যামিতিৰ বিন্দুৰ নিচিনা, স্থিতি আছে কিন্তু দীঘ-পুতল নাই।"

হাজৰিকাই য'তেই সুৱিধা পাইছে ত'তেই অসমীয়া ফকৰা-যোজনা, প্ৰৱাদ-বচন, জুতুৱা-ঠাচ আদি পৰ্যাপ্তৰূপে ব্যৱহাৰ কৰিছে। তাৰ দ্বাৰা তেওঁৰ ৰচনাই এটা স্বকীয় ৰূপ গ্ৰহণ কৰিছে। উদাহৰণ: "আই, মানুহে পাঙে, ঈশ্বৰে ভাঙে। বালীলৈ যিপাট শৰ সুগ্ৰীৱলৈও সেইপাট শৰ। আমাৰ এবাৰ কথা আছে ৰজাক নাটে বজাক নাটে। হুৰমুৰ যাত্ৰা যি কৰে বিধাতা। যি মূলা বাঢ়িব তাৰ দুপাততে চিন। আলচা কথা নহয় সিদ্ধি, বাটত আছে কণা বিধি। সিহঁতে আমাৰ কামত এনেদৰে বিধি পথালি দিয়াটো উচিত হ'ল নে? জয়-বিজয়ৰ যেনে কুকুৰ তেনে টাঙোন হৈছে। তেতিয়াৰ পৰা নাৰায়ণ দেৱতা তেওঁৰ চকুৰ কুটা দাঁতৰ শাল হ'ল। দৈত্যৰাজে দেখিলে কথা দেখোন বিষম। কালিৰ ছৱালে পৰহিৰ গীত গায়। তেওঁ সুধিলে মহাদেউৰ কথা, পুতেকে ক'লে ভঙা লাওৰ কথা। ৰাখে হৰি মাৰে কোনে, মাৰে হৰি ৰাখে কোনে? অল্প বিদ্যা ভয়ঙ্কৰী। এন্দুৰে সেন্দুৰৰ মোল কি বুজে? এক বৰাই ধান খায়, এক বৰাই হান খায়। কাকো পৰিল তালো সৰিল। সেই কথা শুনি সত্ৰাজিত জোকৰ মুখত চূণ পৰা যেন হ'ল। ইয়াত মাৰিলে টিপা, গড়গাওঁ পালে গৈ শিপা। সেই ৰামো নাই, সেই অযোধ্যাও নাই। বিধাতাই মানুহক এনেদৰে সাপ হৈ খুটিলে আৰু বেজ হৈ জাৰিলে। ঠেলাৰ নাম বাবাজী। ইয়াকে বোলে গাত নাই ছাল-বাকলি মদ খায় তিনি টেকেলি। এতিয়াহে দেখোন তাৰ সান্দহ খোৱা বালি তল গ'ল। ৰজাই ভাবিলে—নাই মোমাইতকৈ কণা মোমায়েই ভাল। সভাত থাকি নেমাতে উচিত দোষে পায় কিঞ্চিৎ কিঞ্চিৎ। ৰজাৰ খঙে চুলিৰ আগ পালে গৈ। আছে গৰু নাবায় হাল, হোৱাতকৈ নোহোৱাই ভাল। এইদৰে ফাল চাচোঁতে মাহৰ বতৰ

গ'লে লাভ একো নহয়। নাচিব নাজানে চোতালখন হেৰেমগৰীয়া। চুচিলে মাজিলে বান্দৰীও সুন্দৰী হয়। খাই পাত ফলাৰ ফল। হাতত নাই বিত, মনে কৰে পিত পিত।"

তেওঁৰ বহুতো বাক্য প্ৰৱাদ বাক্যত পৰিণত হৈছে; যেনে, "ভকতৰ ক'তো ভয় নাই। অহঙ্কাৰ হ'লে মানুহৰ পতন হয়। অভাৱেই আৱিষ্কাৰ। বুদ্ধি যাৰ জয় তাৰ। পৰ দেশত মৰ বেশ। দান দিলে প্ৰতিদান দিয়াৰ নিয়ম। কোনোৱে শিকে দেখি, কোনোৱে শিকে ঠেকি। ওলাবলৈ নেজানিলে সোমোৱাটো ভুল। প্ৰকৃত জীৱনীশক্তি থকা জাতি এটাক কোনোৱে মাৰিব নোৱাৰে। অসমীয়া জাতি মৰিবলৈ ওলোৱা নাই, সেইবাবে অক্সিজেন ব্যৱহাৰৰো আৱশ্যকতা নাই। বীৰপূজা জীয়া জাতিৰ লক্ষণ। অসমীয়া সংস্কৃতিয়েই শঙ্কৰী সংস্কৃতি আৰু জ্যোতি-সংস্কৃতি।"

বাক্যবোৰো হ্ৰস্ব-দীৰ্ঘ: "ভাদ মাহ। ৰাতি পুৱাল। এটা আছিল এন্দুৰ। এক আছিল ৰজা। আছিল এজনী বুঢ়ী। এদিন দুপৰীয়া টিকাফটা ৰ'দ। ৰুক্মিণী, বেউলা, উষাৰ দেশৰ তিৰোতা মই। আমি যিখন সমাজত বাস কৰোঁ, চলন-ফুৰণ কৰি জীয়াই থাকোঁ, সেই সমাজৰ জীয়া সমস্যাই যদি আমাক টলাব নোৱাৰে, আমি যি দেশৰ নদ-নদী, চৰাই-চিৰিকতি, ধূলি-মাকতিৰ মাজত ডাঙৰ-দীঘল হৈছোঁ, সেই দেশৰ সৌষ্ঠৱ, সৌন্দৰ্যই যদি আমাৰ সাহিত্যত প্ৰেৰণা যোগাব নোৱাৰে; যি আদৰ্শৰ পৰম্পৰাত আমাৰ মনোজগতৰ বিকাশ সাধন হৈছে সেই আদৰ্শত যদি আমি উদ্বুদ্ধ নহওঁ আৰু সাহিত্যত তাৰ প্ৰতিফলন নহয়, তেন্তে সেই সাহিত্যক আমাৰ নিজা সাহিত্য বুলি ক'বলৈ মন কোঁচ খাই যায়।"

হাজৰিকাৰ গদ্য অনেক ঠাইত লয়যুক্ত। তলৰ বাক্যবোৰে তাৰ প্ৰমাণ দিব: "কিন্তু ৰাজকুমাৰী ৰাজিয়া? ৰূপে-গুণে,



বিচাৰে-বুদ্ধিয়ে, আচাৰে-ব্যৱহাৰে, কথাই-কামে, সকলো বিষয়তে তেওঁৰ সমান পাৰদৰ্শিতা কাৰো নাই। পৰ্বতে-ভৈয়ামে পূৰ্ণ পয়োভৰেৰে হিন্দী ভাষাৰ প্ৰসাৰ আৰু প্ৰচাৰ চলিব লাগিছে। ক্ৰমাৎ আমি মাতে-কথাই, চলনে-ফুৰণে, খাৱনে-শোৱনে, উঠনে-বহনে, সাজেপাৰে এবিধ বিজতৰীয়া, কিম্ভূত কিমাকাৰ যাদুঘৰীয়া জন্তু হৈ যাব ধৰিছোঁ হঁক।"

ৰচনাভঙ্গীৰ বিষয়ত আন এটা লক্ষ্য কৰিবলগীয়া কথা হৈছে লেখকজনৰ ভাষাত কৰা অলঙ্কাৰৰ প্ৰয়োগ। বিৱিধ অলঙ্কাৰে হাজৰিকাৰ ৰচনাক শোভিত কৰিছে। তলত সেইবোৰৰ কেইটামান উল্লেখ কৰা হ'ল:

উপমা: ফুলোঁ ফুলোঁ এপাহ পদুম ফুলৰ দৰে তেওঁ দিনে দিনে ৰূপে-গুণে বিকশিত হৈ উঠিল। তেওঁ ধনুখনৰ কাষ চাপি গ'ল আৰু হাতীয়ে থুনুকা কুঁহিয়াৰ এডোখৰ ভাঙি পোলোৱাৰ নিচিনাকৈ ভাঙি পেলালে। তেওঁৰ মুখখন কেহৰাজ বটাৰ দৰে ক'লা পৰি গ'ল। পুতেকৰ শোক দৈৱকী দেৱীৰ অন্তৰত দিনে-ৰাতিয়ে ৰাৱণৰ চিতাৰ জুইৰ নিচিনাকৈ জ্বলি আছিল। সীতা খুটিগছা হৈ থিয় দি থাকিল।

ৰূপক: লক্ষণৰ খং-জুইকুৰা ৰামৰ বুজনিত চেঁচা পানী পৰি নুমাই গ'ল।

অনুপ্ৰাস: ৰাজিয়াৰ ৰাজত্বকাল দীঘল নহয়—মুঠে তিনি বছৰ, তিনি মাহ, ছয় দিন। মানৱৰ জিন্দাবাদ, দানৱৰ মুৰ্দাবাদ, যোৱানৰ সিংহনাদ।

আৰোহ বা সাৰ: ধন নাই, জন নাই, সহায় নাই, সাৰথি নাই। তাত আছে হাঁহি, তাত আছে চিৰসুখ, চিৰআনন্দ, চিৰশান্তি। এই ধৰে, এই যায়, এই পায়, এই পলায়। গুটিৰ পৰা পুলি হয়, পুলিৰ পৰা গছ হয়, গছৰ পৰা ফুল হয়। তাৰ বাবে

লিপিবৰ্জন কৰিব নালাগে—লাগে বহল বুকু, দীঘল দৃষ্টি, এফেৰি স্বাৰ্থত্যাগ আৰু অদম্য কৰ্মশক্তি। অতীতে ৰিঙিয়াই ক'ব লাগিছে অসমীয়া, উঠা, জাগা, ধুমুহাৰ দৰে বিঘিনি উৰাই, বজ্ৰৰ দৰে মেদিনী কঁপাই ( শঙ্খধ্বনি-কৰিব 'আগবাঢ়া' )। উত্তিষ্ঠত, জাগ্ৰত, প্ৰাপ্য বৰান্ নিবোধত।

**অৱৰোহ ঃ** ৰাজিয়াৰ ৰাজত্বকাল দীঘল নহয়—মুঠে তিনি বছৰ, তিনি মাহ, ছয় দিন।

**সুভাষণ ঃ** তাৰ কেইদিনমান পিছতেই মুকুতা সাউদে তুলসীৰ তলত নাম ল'লে।

**সমাসোক্তি ঃ** চীনৰ নঙঠা আক্ৰমণে মনৰ কঠিয়াতলীখনি চহাই থৈছিলেই, তাতেই এই গীতবোৰ ঠন ধৰি লহপহ কৰি গজি উঠিল।

**বিশেষোক্তি ঃ** কাম আছে কৰ্মী নাই, গীত আছে গায়ক নাই, নৃত্য আছে নাচোঁতা নাই, সঙ্গিত-নাচৰ বিৱিধ আহিলা আছে সেইবোৰৰ গৱেষণা কৰোঁতা নাই।

**স্বভাৱোক্তি ঃ** কি সুন্দৰ প্ৰাগজ্যোতিষপুৰ নগৰ। প্ৰকৃতিৰ উপবন, পৃথিৱীৰ নন্দন কানন। প্ৰত্যেক পৰ্বতৰ টিঙত, লুইতৰ বুকুত, পূবে-পশ্চিমে, উত্তৰে-দক্ষিণে এৰোখনি একোখনি তীৰ্থস্থান। প্ৰত্যেকেই যেন একোখনি স্বৰ্গৰ দুৱাৰ। সৌৱা নীলাচল, আই ভৱানী কামাখ্যা গোসাঁনীৰ মহাপীঠ। ওপৰত ভুৱনেশ্বৰী মাতৃৰ আকাশলজ্ঘা মন্দিৰ।

**পুনৰুক্তি ঃ** শত্ৰু, শত্ৰু, ওপৰত শত্ৰু, তলত শত্ৰু, আগত শত্ৰু, মাজত শত্ৰু চাৰিওফালে শত্ৰু তোমাৰ। তুমিনো কাক ফাকি দিয়া নাই? নন্দ-যশোদাক ফাকি দিলা, গোপ-গোপিনীক ফাকি দিলা, গোকুলক ফাকি দিলা, যমুনাক ফাকি দিলা আৰু যে কতক ফাকি দি কন্দুৱালা কিমান লেখ দিম? সৌৱা আকাশত হাঁহি, বতাহত হাঁহি, জলত হাঁহি স্থলত হাঁহি, তোমাত হাঁহি, মোত হাঁহি, কেৱল হাঁহি। গৈ আছে, গৈ আছে, গৈ আছে।



**নিদৰ্শনা ঃ** সৌৱা, সৌৱা—তোমাৰ দুই চকুৱেদি দুকুৰা জুই ওলাইছে, নিশ্বাসত বিষ ওলাইছে।

**বিৰোধ ঃ** অভাগিনীৰ অদৃষ্টৰ ফলত আজি হিমালয়ত অগৰু নাই, সাগৰত পানী নাই, পুৰুষ-প্ৰধান ভগৱান শ্ৰীকৃষ্ণৰ এটি সামান্য ভিক্ষা দিবলৈ কৰুণা নাই।

**ধ্বন্যাত্মকতা ঃ** বামুনীৰ ল'ৰা উপজি মাটিত পৰি টোহা টোহা কৰি কান্দিবলৈ ধৰিলে। তেওঁৰ শাসন দাঁত নোহোৱা ফেটীসাপৰ ফোচফোচনিৰ নিচিনাহে হৈছে। শূন্যত দেৱতাসকলে খিলখিলাই হাঁহিছে। হাত-ভৰিবোৰ জিনজিনাবলৈ ধৰিলে। কোনোমতে তেওঁ ঢলংপলংকৈ ঘৰলৈ উভতি আহিল। চোতালতে তেওঁ ধাচ্ কৰি পৰি মৰি থাকিল।

ওপৰৰ আলোচনাই এইটো কথা স্পষ্ট কৰি তোলে যে হাজৰিকাৰ গদ্য-ৰচনাই শব্দ-চয়ন, বাক্য-গঠন, গদ্যৰ লয়, আলঙ্কাৰিক প্ৰয়োগ আদি সকলোতে অসমীয়া গদ্য-সাহিত্যৰ আৰম্ভণিৰ পৰা বেজবৰুৱাৰ সময়লৈকে চলি অহা পৰম্পৰা বহন কৰিছে। তেওঁৰ ৰচনাত কোনো প্ৰকাৰৰ সংকীৰ্ণতা নাই। ৰচনাৰ লগত ওতপ্ৰোত-ভাৱে জড়িত হৈ আছে তেওঁৰ অসমীয়া ভাষাৰ প্ৰতি থকা গভীৰ ভালপোৱা। এই আটাইবোৰে তেওঁৰ ৰচনাভঙ্গীক স্বকীয়াৰূপে প্ৰতিষ্ঠিত কৰিছে। স্বকীয় ৰচনাভঙ্গীৰ অনুধাৱনৰ লগে লগে পাঠকৰ মনত তেওঁৰ ব্যক্তিত্বই ভুমুকি মাৰি তেওঁৰ মনত বিৰাজ কৰা অসমী আইৰ ছৱিখনিও স্পষ্ট কৰি তোলে হি। সেই ছৱিখনি হৈছে এখন বহল অসমৰ ছৱি য'ত বড়ো, কছাৰী, মিছিং, মিকিৰ, মিচিমি, খাছিয়া, জয়ন্তীয়া, আবৰ, গাৰো, নগা আদি জাতি-উপজাতিৰ লোকে টকা-পেঁপা-ঢোল-গগনা-চিফুং-বাঁহী-বৰকাঁহ-নাগেৰাৰে; বিহুৱে-

ভঠেলীয়ে জাতি-ধৰ্ম-খেল-ব্যৱধান নাইকিয়া কৰি সমস্বৰে ঐক্যতান তুলি আছে ; যিখন অসমত ভাস্কৰ-নৰনাৰায়ণ-চিলাৰায়-ৰুদ্ৰসিংহ, লাচিত-জয়মতী-শঙ্কৰ-মাধৱ-ভট্টদেৱ, 'হেম-লখিমী-পদ্ম-নৱীন-তৰুণে' জন্ম গ্ৰহণ কৰি অসমী আইৰ মুখ চিৰ উজ্জ্বল কৰি ৰাখিছে ; যিখন অসমলৈ 'ভগনীয়া-উৰণীয়া-পমুৱা-চকুৱা'ৰ যুগে যুগে আগমন হৈছে আৰু যিখন অসমত অসমীয়াই সকলোকে 'ভাই বুলি, ভনী বুলি আঁকোৱালি লৈছে ; সেই অসমখনেই আমাৰ সকলোৰে জন্মভূমি। হাজৰিকাৰ ভাষাত 'আমি উপজি মৰিম, মৰি উপজিম, ইয়াতে নিজাপী ঘৰ ; স্বৰ্গতো অধিক জনমভূমিৰ আছে জানো সমসৰ।' বেজবৰুৱাই কোৱাৰ নিচিনা ঃ

অ' মোৰ আপোনাৰ দেশ
অ' মোৰ চিকুণী দেশ
এনেখন শুৱলা এনেখন সুফলা
এনেখন মৰমৰ দেশ।

---

# শব্দ-সূচী

—×—